# হিতেশ ডেকা : ব্যক্তিত্বত দৃষ্টিপাত



সম্পাদনা : হেমন্ত বৰ্মন

প্ৰকাশক

**ময়ূৰ প্ৰকাশ**

উলুবাৰী চাৰিআলি

গুৱাহাটী-৭

**HITESH DEKA : BYAKTITBYAT DRISTIPAT**, A book Containing different articles in Assamese on Hitesh Deka, President Assam Sahitya Sabha, an eminent Novelist of Assam, written by his admirers, close associates and students, edited by **Sri Hemanta Barman** and published by **Mayur Prakash, Guwahati, Assam.**

**1st Edition : February 1995, Price Rs. 50/-**

প্ৰকাশক
ময়ূৰ প্ৰকাশ
উলুবাৰী চাৰিআলি
গুৱাহাটী-৭

বেটুপাত : প্ৰকুশ

মুদ্ৰণ
অনুৰাগ অফ্‌চেট
উলুবাৰী : গুৱাহাটী-৭

মূল্য : পঞ্চাশ টকা মাত্ৰ

# সম্পাদকৰ এষাৰ

অসম সাহিত্য সভাৰ নৱনিৰ্বাচিত সভাপতি অসমৰ জনপ্ৰিয় কথা-সাহিত্যিক শ্ৰীযুত হিতেশ ডেকাদেৱ এগৰাকী বহুমুখী ব্যক্তিত্বৰ অধিকাৰী লোক। অতি সাধাৰণ পৰিয়াল এটিৰ নিঃস্বজীৱন পৰিধি ভাঙি একান্ত কঠোৰ সাধনা আৰু সংগ্ৰামী সত্বাৰে বহুমুখী কৰ্ম জীৱনৰ বাটত আপোচবিহীনভাৱে স্থিতি লাভ কৰিবলৈ সক্ষম হোৱা শ্ৰদ্ধেয় ডেকাদেৱ নিঃসন্দেহে নতুন পুৰুষৰ বাবে পাথেয় আদৰ্শ আৰু প্ৰেৰণাৰ আকৰ। সহজ জীৱনৰ প্ৰতি থকা গভীৰ আনুগত্য আৰু স্বদেশ-স্বজাতিৰ প্ৰতি থকা অসীম অনুৰাগে বাসন্তৰ বহুৰীয়া হিতেশ ডেকাৰ জীৱনৰ বেছি ভাগ সময়কে প্ৰলেপিত কৰি ৰাখিছে। যাৰ ফলশ্ৰুতিত তেওঁৰ লেখনিয়ে এহাতে সামৰি ৰাখিছে সাধাৰণ মানুহৰ অচাক্ষুস-অনুভূতিৰ মনস্তত্ব আৰু আনহাতে নিকৰুণভাৱে সকীয়াই দিছে জাতীয় অস্তিত্ব সম্বলিত দেশচেতনাক। মাতৃ, মাতৃভূমি আৰু মাতৃ ভাষাৰ প্ৰতি স্পষ্ট অপাৰ অনুৰাগে হিতেশ ডেকাক সময়ে আঁচুৰিব নোৱাৰাকৈ হাড়ে-হিমজুৱে জাতীয়তাবাদী ব্যক্তি হিচাপে গঢ় দিছে আৰু জাতীয় চেতনা সমন্বিত চিন্তাই উভয় ৰচনাতে স্বাভাৱিকভাৱে ভূমুকি মাৰিছে। সৰল জীৱন যাপনৰ প্ৰতীক স্বৰূপ হিতেশ ডেকাৰ কথা আৰু কামৰ মাজত বিশেষ সামঞ্জস্য পৰিলক্ষিত হয়। তথাকথিত অভিজাত্য ভেম কিম্বা বুদ্ধিজীৱীৰ তালিকাত অন্তৰ্ভুক্ত নহৈ একাষৰীয়াকৈ থাকি দেশ আৰু জাতিৰ সেৱাত আকণ্ঠ নিমজ্জিত আৰু সাধনালব্ধ লেখনীৰে সৰ্বসাধাৰণক আকৰ্ষণৰ, অহৰহ চিন্তা পৰিবেষ্টিত হিতেশ ডেকা গ্ৰাম্য জীৱন সংস্কৃতিৰ পৰম্পৰাগত প্ৰতিনিধিৰূপত পৰিচিত। সেয়ে গ্ৰাম্য জীৱনৰ সহজ অনুগত্যশীল অনুভূতি প্ৰদৰ্শনত আৰু তথাকথিত নগৰকেন্দ্ৰিক সভ্যতাৰ নাগপাশে অৱক্ষয়িত কৰি তোলা গ্ৰামীন সংস্কৃতি, নিস্ব অৱস্থা অনুধাৱনতেই গঢ়ি উঠিছে হিতেশ ডেকাৰ লোকপ্ৰিয় উপন্যাসসমূহ। গ্ৰাম্য সমাজখনৰ তলি উৰ্দ্ধব্যাপৃত খুটি-নাটি আৰু সৰু-বৰ, ধনী-দৰিদ্ৰ অলেখ চৰিত্ৰৰ বাস্তৱ আৰু বাঙময় অভিব্যক্তিৰে তেওঁৰ উপন্যাসসমূহ হৈ পৰিছে এহাতে হৃদয়-সিঞ্চিতৰূপত প্ৰাণ প্ৰাচুৰ্যশীল আৰু আনহাতে একেই কাৰণতে ইবোৰ হৈ পৰিছে সৰ্বজন ৰূপত পাঠকীয় আবেদনসিদ্ধ। এই কথা ঠিক যে বুদ্ধিদীপ্ত পাঠকীয় চিন্তাৰ ঐন্দ্ৰজালিক মেৰঘৰত তেওঁৰ উপন্যাস বিশেষ ক্ৰিয়াশীল নহ'লেও সৰ্বসাধাৰণ মাটিৰ মানুহৰ হৃদয়ত স্তৰে স্তৰে এইবোৰে আলোড়ন তুলি অলিখিত ইতিহাস গঢ়ি থাকিব। কাৰণ হিতেশ ডেকাৰ উপন্যাসত আছে নিজৰ কেঁচা মাটিৰ গোন্ধ, আছে সৰু সৰু মানুহৰ কেঁচা হৃদয়াবেগৰ প্ৰস্ৰৱন আৰু নিশ্চিত ৰূপত আছে স্বদেশ প্ৰেমৰ কেঁচা ভাৱনা। এয়েই হিতেশ ডেকাৰ উপন্যাস পঠনৰ অধিক

জনপ্ৰিয়তাৰো মূল ভেটি।

সৰল জীৱন-যাপন, নিষ্ণাত সাধনা আৰু অফুৰন্ত কৰ্ম শক্তিয়ে জীৱনৰ এই বিয়লি বেলিলৈকে মৌলিক আৰু তাত্ত্বিক লেখনিৰে অসমৰ জনজীৱনক স্পৰ্শ কৰি থকা হিতেশ ডেকাৰ স্বদেশ আৰু স্বজাতিৰ প্ৰতি থকা কৰ্তব্য আৰু অনুৰাগ সৰ্ব ক্ষেত্ৰতেই আদৰণীয় আৰু অনুকৰণীয়। ভাৰতবৰ্ষৰ স্বাধীনতা আন্দোলনৰ পৰা আৰম্ভ কৰি অসমৰ ভাষা আন্দোলন, শিক্ষাৰ মাধ্যম আন্দোলন, খাদ্য আন্দোলন আৰু অসমৰ অস্তিত্বৰক্ষাৰ আন্দোলনলৈকে হিতেশ ডেকাৰ ভূমিকা সৰ্বক্ষেত্ৰতেই উল্লেখনীয় আৰু শ্ৰদ্ধেয়। এজন সমাজ সচেতন লেখকৰ বাস্তৱিক দায়বদ্ধতাক হিতেশ ডেকাই কৰ্ম আৰু লেখনি উভয়েৰে স্বীকাৰ কৰি লৈছে। জাতীয় সংকটৰ সময়ছোৱাত নিজৰ বুদ্ধি আৰু বিবেকেৰে পৰিচালিত হৈ সমস্যা সমাধানৰ পথত আত্মনিয়োগ কৰিছে। আৰু কাকো আঘাত নকৰাকৈ নিজস্ব চিন্তাক অকপটে ব্যক্ত কৰিছে। এজন দৃঢ় মনৰ ব্যক্তিৰ ক্ৰিয়াশীল গুণৰাজিৰে হিতেশ ডেকাৰ চাৰিত্ৰিক বৈশিষ্ট্য জিলিকি উঠিছে। এনেবোৰ চিন্তাৰ পৰিপ্ৰেক্ষিততেই বোধহয় হিতেশ ডেকা এইবাৰ সন্মানীয় জাতীয় আসন অসম সাহিত্য সভাৰ সভাপতি পদৰ বাবে নিৰ্বাচিত হৈছে। এই ক্ষেত্ৰত আমিও সমগ্ৰ অসমবাসীৰ লগতে গৌৰৱবোধ কৰিছো। সেয়ে হিতেশ ডেকাৰ ব্যক্তিত্বৰ বিচিত্ৰ দিশ সম্বলিত এই গ্ৰন্থখনি প্ৰকাশৰো মূল কাৰণ। গ্ৰন্থখনিত হিতেশ ডেকাক ওচৰ সান্নিধ্যৰে পোৱা বিভিন্ন জন শ্ৰদ্ধেয় লেখকৰ লিখনি সন্নিবিষ্ট কৰা হৈছে। হিতেশ ডেকাৰ কৰ্মময় জীৱনৰ অন্তৰালত স্থিত বিভিন্ন পৰিৱেশ আৰু চিন্তাই উক্ত লেখকসকলৰ ৰচনাত প্ৰতিভাত হৈছে। গুণীজনৰ সৎ গুণ আৰু কাৰ্যাৱলীয়ে যাতে উত্তৰসূৰীসকলক সজকৰ্ম আৰু পাঠেয় দিশৰ সন্ধান দিব পাৰে তেনে কাৰণতেই গ্ৰন্থখনি প্ৰকাশৰ দিহা কৰা হৈছে। অৱশ্যে সময়ৰ নাটনি আৰু খৰতকীয়াভাৱে প্ৰকাশ কৰিবলগীয়া হোৱা বাবে তথ্যসম্বলিত ৰূপত গ্ৰন্থখন যে অৱতীৰ্ণ নহ'ল সিও আমাৰ বিদিত। তথাপি আংশিকভাৱে হ'লেও লেখকজনক যাতে অনুসন্ধিৎসুসকলে জানিব পাৰে তাৰ প্ৰতি দৃষ্টি দিয়েই সৰ্থেবাৰী অধিৱেশনৰ লগে লগে গ্ৰন্থখন উলিয়াবলৈ দিহা কৰা হ'ল। গ্ৰন্থখনত থাকিব পৰা সম্ভাব্য ভুল স্বীকাৰ কৰিবলৈ আমি নতশিৰে বাধ্য থাকিলো।

জয়তু চিৰ চেনেহী ভাষা জননী
জয়তু অসম সাহিত্য সভা
জয়তু শ্ৰীহিতেশ ডেকা

হেমন্ত বৰ্মন

# সূচীপত্ৰ

## 'আজিৰ মানুহ'ৰ লেখক অসম সাহিত্য সভাৰ নৱনিৰ্বাচিত সভাপতি মাটিৰ মানুহ

# হিতেশ ডেকা

ভাস্কৰজিৎ গোস্বামী

বিশিষ্ট সাহিত্যিক, নাট্যকাৰ আৰু ঔপন্যাসিক হিতেশ ডেকা অসম সাহিত্য সভাৰ ৬১ তম সৰ্থেবাৰী অধিৱেশনৰ সভাপতিৰ আসন অলংকৃত কৰাৰ বাবে নিৰ্বাচিত হোৱাতো প্ৰতিজন সাহিত্যানুৰাগীৰ বাবে পৰম সুখৰ খবৰ। সাহিত্য সভাই যোগ্যজনক যোগ্যতাৰ আসনত বহুৱাই পুনৰবাৰ শুভ চিন্তাৰ পৰিচয় দাঙি ধৰিলে।

স্বৰ্গীয় ৰবিৰাম ডেকা আৰু স্বৰ্গীয়া সুন্দৰীপ্ৰিয়া ডেকাৰ সুযোগ্য সন্তান শ্ৰীহিতেশ ডেকাৰ জন্ম হৈছিল ১৯২৪ চনৰ ১৮ ফেব্ৰুৱাৰীত সৰ্থেবাৰীত। শ্ৰীডেকাৰ শিক্ষা জীৱন আৰম্ভ হয় সৰ্থেবাৰী এম ভি স্কুলত। অসমীয়া বিষয়ত অসমৰ ভিতৰতে সৰ্বোচ্চ নম্বৰ লাভ কৰি এইখন বিদ্যালয়ৰ পৰাই শ্ৰীডেকাই ১৯৪০ চনত প্ৰথম বিভাগত এম ভি পাছ কৰে। পুনৰ ১৯৪৮ চনত সৰ্থেবাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা আৰু ১৯৫২ চনত নলবাৰী মহাবিদ্যালয়ৰ পৰা স্নাতক পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পিছত ১৯৬১ চনৰ পৰা ১৯৬৪ চনলৈকে আইন আৰু স্নাতকোত্তৰ শ্ৰেণীত নামভৰ্তি কৰে। কিন্তু এফালে আৰ্থিক সংকট আৰু আনফালে সেই সময়তে প্ৰকাশ পোৱা 'মাটি কাৰ' নামৰ উপন্যাসৰ বাবে ৰাজৰোষত পৰি আত্মগোপন কৰিব লগা হয়। ভাৰতৰ স্বাধীনতা সংগ্ৰামত অংশগ্ৰহণ কৰি ১৯৪২ চনত শ্ৰীডেকাই কাৰাবৰণো কৰিছিল। পুনৰ গ্ৰেপ্তাৰী পৰোৱানা পাই শ্ৰীডেকাই ১৯৪৩ চনৰ পৰা ১৯৪৫ চন পৰ্যন্ত বকো, ছয়গাঁও, গোলাঘাট, ডিমাপুৰ আদিত আত্মগোপন কৰি থাকে। ইয়াৰে ১৯৪৩ চনৰ শেষ ভাগত কলিকতাত আত্মগোপন কৰি আছিল। এগৰাকী ৰাজনৈতিক কৰ্মী হিচাপে শ্ৰীডেকাই ১৯৬২ চনৰ সাধাৰণ নিৰ্বাচনত বৰপেটা লোকসভা সমষ্টিৰ পৰা নিৰ্দলীয় প্ৰাৰ্থীৰূপে প্ৰতিদ্বন্দ্বিতা কৰিছিল।

শ্ৰীডেকাই কাম কৰিবলৈ কোনো দিনে লজ্জাবোধ কৰা নাছিল। কোৰমৰাৰ পৰা হালবোৱালৈকে সকলো কামেই শ্ৰীডেকাই কৰিছিল। তেওঁৰ অসীম কৰ্মপ্ৰেৰণা তথা শ্ৰম শক্তিৰ দৃষ্টান্ত বৰ্তমানৰ বাস গৃহৰ লগতে থকা পুখুৰীসহ নানা ধৰণৰ ফলমূলৰ শস্য উদ্যানখন। জীৱন নিৰ্বাহৰ তাড়নাতে শ্ৰীডেকাই নিচেই সৰু কালৰে পৰা কঁহাৰ শালত কাম কৰাৰ লগতে সৰু সুৰা ব্যৱসায় আদিও কৰে। ১৯৪৬ চনত স্বৰ্গীয় যাদৱ চন্দ্ৰ ডেকাৰ হোমিঅ'পাঠিক ফাৰ্মাচীত কাম কৰে আৰু কলেজীয়া জীৱনত ১৯৪৮ চনত কঁহাৰ শালত এঙাৰ (কয়লা) যোগনীয়াৰ হিচাপে ব্যৱসায় জীৱনৰ পাতনি মেলে। কিন্তু ১৯৫৪ চনত ব্যৱসায় জীৱন ত্যাগ কৰি কণিহা হাইস্কুলত শিক্ষকতাৰ জীৱন আৰম্ভ কৰে। ১৯৫৫ চনত সৰ্থেবাৰী হাইস্কুলৰ শিক্ষক পদত যোগ দিয়াৰ পিছত ১৯৫৬ চনত বনগাঁও বেচৰকাৰী হাইস্কুলৰ প্ৰধান শিক্ষক পদত অধিষ্ঠিত হয়। পুনৰ ১৯৫৭ চনত জালুকবাৰী হাইস্কুলত শিক্ষকতা কৰি ১৯৮৩ চনলৈকে সহকাৰী প্ৰধান শিক্ষক হিচাপে কাম কৰে। শেষত ১৯৮৪ চনত প্ৰধান শিক্ষক নিযুক্ত হৈ ১৯৮৫ চনত অৱসৰ গ্ৰহণ কৰে।

শ্ৰীহিতেশ ডেকাই ১৯৪৫ চনৰে পৰা অসম সাহিত্য সভাৰ সৈতে সম্পৰ্ক ৰক্ষা কৰি আহিছে। ১৯৭৫ চনত শ্ৰীডেকা কামৰূপ জিলা সাহিত্য সভা (তদানীন্তন পৰিষদ)ৰ সভাপতি নিৰ্বাচিত হয়। তদুপৰি ১৯৭৬ আৰু ১৯৮০ চনত দুবাৰকৈ অসম সাহিত্য সভাৰ উপসভাপতি নিৰ্বাচিত হৈছিল। ১৯৯১ চনত শ্ৰীডেকা গুৱাহাটী মহানগৰীৰ পশ্চিম গুৱাহাটী ৱাৰ্ডৰ 'ডিভিজনেল ৱাৰ্ডেন' মনোনীত হয়।

অসমীয়া সাহিত্যৰ ভড়াললৈ ঊনৈশখন উপন্যাস, চাৰিখন নাটক, তিনিখন প্ৰবন্ধ পুথি আৰু পাঁচখন গল্প সংকলন আগবঢ়োৱা শ্ৰীডেকাই প্ৰথমতে কবিতা লিখিবলৈ আৰম্ভ কৰিছিল। হাইস্কুলীয়া জীৱনত হাতে লিখা আলোচনী 'ৰেণু' সম্পাদনাৰ জৰিয়তে শ্ৰীডেকাৰ সাহিত্যিক জীৱন আৰম্ভ হয়। তাৰ লগতে অন্য এখন হাতে লিখা আলোচনী 'নৱজাগৰণ'ত ব্যংগ ৰচনা লিখিবলৈ লয়। ১৯৪৮ চনত গল্প সংকলন 'প্ৰায়শ্চিত্ত'ৰ জৰিয়তে সাহিত্যিক হিচাপে আত্মপ্ৰকাশ কৰে। ১৯৫২ চনত প্ৰথমখনি উপন্যাস 'আজিৰ মানুহ' প্ৰকাশ হয়। অসমীয়া উপন্যাস সাহিত্যৰ ক্ষেত্ৰত অভিলেখ সৃষ্টি কৰি এইখন উপন্যাসৰ এই পৰ্যন্ত পোন্ধৰটা সংস্কৰণ প্ৰকাশ হৈ ওলাইছে।

অন্য এখন উপন্যাস 'এয়েতো জীৱন'ৰ তিনিটা খণ্ড ষাঠীৰ দশকতে প্ৰকাশ হৈ ওলাইছিল। শ্ৰীডেকাৰ গল্পসংকলনসমূহৰ ভিতৰত 'হিতেশ ডেকাৰ এথুপি গল্প'কে মুখ্য কৰি ১৯৯১ চনত প্ৰকাশিত 'গল্পটো লিখা নহ'ল' উল্লেখযোগ্য। উল্লেখযোগ্য যে শ্ৰীডেকা ৰচিত উপন্যাস 'এয়েতো জীৱন' আৰু 'আজিৰ মানুহ' গুৱাহাটী দূৰদৰ্শন কেন্দ্ৰৰ জৰিয়তে ধাৰাবাহিক ৰূপত প্ৰচাৰ হৈ প্ৰচুৰ জনপ্ৰিয়তা অৰ্জন কৰিছে। গুৱাহাটীৰ পৰা প্ৰকাশিত দৈনিক 'আজিৰ সংবাদ' কাকতৰ হকে শ্ৰীউৎপল মেনাই গ্ৰহণ কৰা এক সাক্ষাৎকাৰত শ্ৰীডেকাই কয়, "মোৰ শ্ৰেষ্ঠ সাহিত্য কীৰ্তি বৰ্তমানলৈ 'আজিৰ মানুহ'।" সাক্ষাৎকাৰটিত শ্ৰীডেকাই কৈছে, "লিখি ভাল পাওঁ বাবে লিখোঁ। মনৰ আবেগ ৰাখিব নোৱাৰি লিখোঁ। লিখাটো মোৰ নিচা।" একেটা সাক্ষাৎকাৰতে শ্ৰীডেকাই ঘাইকৈ উপন্যাস ৰচনাতে মনোনিবেশ কৰাৰ কাৰণ দৰ্শাই কৈছে— মনৰ আবেগ প্ৰকাশৰ মাধ্যম হিচাপেই উপন্যাসক বাচি ল'লো। উপন্যাসৰ জৰিয়তে সামাজিক সমস্যাবোৰ ফঁহিয়াই দেখুৱাবলৈ বৰ সহজ। সামাজিক ৰীতি-নীতি দোষ ত্ৰুটি আদি সমাজৰ আগত দাঙি ধৰিবলৈ সুবিধা উপন্যাসহে।'

নবীৰ সাহিত্যিকসকলক উদ্দেশ্য কৰি শ্ৰীডেকাই উল্লেখিত সাক্ষাৎকাৰটিত কৈছে, "নবীন সাহিত্যিকসকলৰ প্ৰতি মোৰ অনুৰোধ এটা আছে— তেওঁলোকে পাশ্চাত্য সাহিত্য অধ্যয়ন কৰি হুবহু নকল নকৰে যেন। আমাৰ নৈতিক আদৰ্শৰ লগত পাশ্চাত্যৰ আদৰ্শৰ বহুখিনি পাৰ্থক্য আছে। সেয়েহে পাশ্চাত্যৰ আদৰ্শ আমাৰ আদৰ্শ হ'ব নোৱাৰে। আধ্যাত্মিক আদৰ্শৰ ফালেৰে আমি পাশ্চাত্যৰ বহু ওপৰত। বস্তুবাদী জড় আদৰ্শৰ সেৱকসকলতকৈ ভাৰতীয় আদৰ্শ বহু মহৎ আৰু উৰ্দ্ধত। ...সাহিত্যৰ প্ৰকৃত সিদ্ধি সাধনাত নিহিত থাকে— কঠোৰ শ্ৰম অধ্যৱসায় আৰু অধ্যয়ন ব্যতিৰেকে কোনেও মহৎ সাহিত্য সৃষ্টি কৰিব নোৱাৰে। ...এই ক্ষেত্ৰত মই আশাবাদী। নতুনচাম লেখকে আত্মবিশ্বাস লৈ আগবাঢ়িলে নিশ্চয় বিশ্বৰ বিভিন্ন উন্নত ভাষাৰ লগত ফেৰ মাৰিব পাৰিব।"

নিজৰ সৃষ্টি সম্পৰ্কত শ্ৰীডেকাই কৈছে, "প্ৰথম মই কোনো কাহিনীৰে জুঁকা তৈয়াৰ নকৰোঁ। আৰম্ভ কৰো চৰিত্ৰক লৈ। নায়ক-নায়িকাক অন্তৰত কল্পনা কৰোঁ আৰু সেই নায়ক-নায়িকাই মোক শ্ৰুতলিপি দি থাকে আৰু মই তাকে লিখি থাকো। নায়ক-নায়িকাই ঘটনাৰ সৃষ্টি কৰে আৰু কাহিনী আপোনা-আপুনি সৃষ্টি হয়।"

তিনিকুৰি এঘাৰবছৰীয়া প্ৰবীণ সাহিত্যিক শ্ৰীডেকা ডাঙৰীয়াক অভিনন্দন জনাইছো আৰু আশা প্ৰকাশ কৰিছো শ্ৰীডেকা ডাঙৰীয়াই অসম সাহিত্য সভাক ৰাজনীতি আৰু দুৰ্নীতিৰ পৰা মুক্ত কৰি প্ৰকৃতাৰ্থত সাহিত্য-সংস্কৃতিমূলক অনুষ্ঠানত পৰিণত কৰি তোলাৰ লগতে সভাৰ কৰ্মকৰ্তাসকলৰ ভ্ৰমণ বিলাসিতা নিষিদ্ধ কৰি গ্ৰন্থ প্ৰকাশত অগ্ৰাধিকাৰ দিব আৰু প্ৰয়াত সভাপতি লীলা গগৈ দেবৰ অসম্পূৰ্ণ আঁচনি কাৰ্যকৰী কৰি তুলিব।

# হিতেশ ডেকা মানুহজন

—ধৰণীধৰ ডেকা

শ্ৰীহিতেশ ডেকা, দেখাত মানুহজন হৃষ্ট-পুষ্ট, শকত-আৱত ক'লা বৰণৰ মানুহ। কিন্তু তেওঁৰ গাৰ বৰণহে ক'লা। মানুহজনৰ অন্তৰখন হ'লে একেবাৰে গাখীৰৰ দৰে বগা।

শ্ৰীহিতেশ ডেকা মোৰ সম্পৰ্কৰ ভাই আৰু অন্তৰংগ বন্ধু। মানুহৰ সৎ ইচ্ছা, একাণপতীয়া যত্ন সাধনা থাকিলে যে সময়ত দেশৰ তথা সমাজৰ শ্ৰদ্ধাৰ পাত্ৰ হ'ব পাৰে তাৰ চানেকি হ'ল হিতেশ ডেকা।

সৰু কালতে পিতৃহীন, এজনী অকাল বিধৱা মাতৃৰ সন্তান হিতেশ ডেকা। দুখীয়া কঁহাৰৰ ল'ৰা হিতেশ ডেকা। নিজৰ অধ্যৱসায়ৰ বলত আৰু অসীম কৰ্ম দক্ষতাৰ বলত আজি তেওঁ সভাপতি। মই ভাবি ভাবি আচৰিত হওঁ এইলৈ যে এজন মানুহে চেষ্টা আৰু যত্নৰ বলত কেনেকৈ মাটিৰ পৃথিৱীৰ পৰা স্বৰ্গত উঠিব পাৰে। অৰ্থাৎ সন্মানিত ব্যক্তি হ'ব পাৰে। এম, ভি, পাছ কৰি তেওঁ হাইস্কুলত নাম লগায় আৰু হাইস্কুলত পঢ়ি থাকোতে 'প্ৰায়শ্চিত্ত' নামৰ সৰু কিতাপ এখন লিখি সেই কিতাপখনতে তেওঁ ভূয়সী প্ৰশংসা লাভ কৰিছিল। সেই কিতাপখনৰ উৎসাহ উদ্দীপনাৰ জৰিয়তে ডেকা সাহিত্য জগতত ভৰি দিয়ে আৰু অসমীয়া সাহিত্যত সুনাম অৰ্জন কৰিব পাৰিছে।

হিতেশ ডেকায়ে নিজৰ দুখ-দৈন্যৰ কাৰণে হাইস্কুলত পঢ়ি থাকোতে এখন ফাৰ্মাচীত কাম কৰি তেওঁ পেটৰ ভাত মোকলাইছিল। লগতে ভাল অভিনয় কৰাৰ কাৰণে তেতিয়াৰ দিনৰ যাত্ৰা পাৰ্টি বিলাকত মাননিলৈ অভিনয় কৰিছিল। সেই সময়ত ভাল অভিনেতা বুলি ডেকাৰ নাম আছিল। মানৱ দৰদী হিতেশ ডেকা কাৰোবাৰ ঘৰত বেমাৰ পাতি হোৱা কথা শুনিবহে লাগে, তেওঁ গৈ সেই ঘৰত হাজিৰ আৰু ডাক্তৰ-কবিৰাজ অনা, ঔষধ আৰু তথ্য-পাতি যোগান ধৰি তেওঁ ব্যস্ত হৈ পৰিছিল। মোক তেওঁ তেনে এটা বিপদৰ পৰা ৰক্ষা কৰিছিল। সেইদিন ধৰি আজি পৰ্যন্ত মই হিতেশ ডেকাক নিজৰ ভাইৰ দৰে মৰম-স্নেহ কৰো!

হিতেশ ডেকাৰ কৰ্মশক্তি বহুত। হাইস্কুল, কলেজত থাকোতে তেওঁ কিছুদিন এঙাবৰ কাৰবাৰ কৰিছিল। 'আজিৰ মানুহ'ৰ চৰিত্ৰসমূহ তেওঁৰ নিজৰে জীৱন কাহিনী বুলি ক'ব পাৰি। কাৰণ 'আজিৰ মানুহ'ৰ নায়ক স্বয়ং হিতেশ ডেকা। উপন্যাসখন লিখাৰ সময়ত তেওঁ নিজে খেতি পাম এখন খুলি ককায়েকৰ লগত খেতিও কৰিছিল। আজিও তেওঁ সেই অভ্যাস এৰা নাই। সময় সুবিধা পালে তেওঁ গামোছা পিন্ধি বোকাপানীৰ পথাৰত নামি যায়!

বৰ্তমান তেওঁৰ ঘৰৰ পাছফালে মাছৰ পুখুৰী আৰু পাণ-তামোল, নাৰিকল, নানা তৰহৰ ফল-মূল, শাক-পাচলিৰে ভৰা বাৰীখন দেখিলেই ভাল লাগি যায়।

তেওঁৰ সাহিত্য জীৱন 'আজিৰ মানুহ', 'এয়েতো জীৱন', 'মাটি কাৰ' আদি উপন্যাসৰ ভিতৰত 'আজিৰ মানুহ' অন্যতম। যিখন কিতাপ বৰ্তমানলৈ গোল্ডৰবাৰ সংস্কৰণ হৈ গৈছে। 'আজিৰ মানুহ'ৰ আদৰ বংগদেশতো পোৱা যায়। 'মাটি কাৰ' উপন্যাসৰ কথা হ'ল 'নাঙল যাৰ মাটি তাৰ'। সেই তাহানিয়ে হিতেশ ডেকাই দূৰদৰ্শিতাৰ বলত লিখিছিল। সেই কাহিনীৰ কথা হ'ল— বিদেশীবিলাক আহি আমাৰ মাটি দখল কৰিছিল। সেইলৈ হিতেশ ডেকাই উপন্যাসত দেখুৱাইছিল যে আমি যদি নাঙল নধৰো, তেনেহ'লে বিদেশী আহি নাঙল ধৰিলে আমাৰ মাটি বিদেশীৰ হাতলৈ যাব। ভৱিষ্যৎ চিন্তাশীল ব্যক্তি হিতেশ ডেকাৰ উপন্যাস চৰকাৰে বাজেয়াপ্ত কৰিছিল। ভৱিষ্যৎ দ্ৰষ্টা হিতেশ ডেকাৰ 'মাটি কাৰ' উপন্যাসৰ কাহিনী আজি অসমত আখৰে আখৰে সত্যত পৰিণত হৈছে।

হিতেশ ডেকাৰ ধৈৰ্য্য শক্তিও কম নহয়। উদাহৰণস্বৰূপে এদিনৰ কথা অলপ লিখিছো। সেইদিনা বি এ পৰীক্ষাৰ ৰিজাল্ট ওলাইছিল। আমি চাহৰ দোকানত বহি চাহ খাই আছো। আমাৰ লগতে কেইজনমান কলেজীয়া ল'ৰায়ো চাহ খাই আছে। ডেকাই ক'ৰবাৰ পৰা হুৰমূৰকৈ আহি ল'ৰাবোৰক ক'লে, ঐ মই পৰীক্ষাত ফেল কৰিছো। দে, চাহ খোৱা নহ'লে মনৰ দুখত কান্দিম এতিয়া। তেওঁৰ কথা শুনি আমি অবাক। আৰে ল'ৰাই পৰীক্ষাত ফেল কৰিলে মনৰ দুখত মন মাৰি ঘৰৰ ভিতৰত বহি থাকে। এওঁ দেখোন হাঁহি হাঁহি ল'ৰাবোৰৰ লগত ধেমালি কৰি চাহ খাবলৈ ধৰিছে। এই বিষয় লৈ মই তেওঁক সোধাত ক'লে— ককাইদেউ পেটৰ

ভাত মোকোলাওঁতে কলেজৰ পাঠ্য কিতাপ পঢ়িবলৈ সময় নহ'ল। গতিকে পাছ্ কৰিম কেনেকৈ? আপুনি চাব, এইবাৰ মই পঢ়িম আৰু পাছো কৰিম। বাস্তৱিকতে পিছৰ বাৰত তেওঁ পাছ্ কৰিলে। হিতেশ ডেকাৰ ধৈৰ্য্য শক্তি, কৰ্মশক্তি আৰু একাগ্ৰতীয়া মনোবল থকাৰ কাৰণে আজি তেওঁ সন্মানৰ উচ্চ শীৰ্ষত অধিষ্ঠিত হ'বলৈ সক্ষম হৈছে।

# হিতেশ ডেকা— এটি অনন্য প্ৰতিভা

শ্ৰীজয়চন্দ্ৰ ভূঞা,

সাধনা জীৱনৰ ব্ৰত। এই ব্ৰত সকলোৱে পালন কৰিব নোৱাৰে। একোটা লক্ষ্য কিন্তু প্ৰায়ভাগ মানুহৰে থাকে। কিন্তু সাধনা থকা মানুহ বিৰল। সাধনা থাকিলেহে যে লক্ষ্যত উপনীত হ'ব পাৰি সেই কথা মহাপুৰুষসকলৰ জীৱন আলেখ্যই আমাক ৰিঙিয়াই কয়। হাজাৰ বাধা-বিঘিনি আহিলেও লক্ষ্যত সাধনাৰ মিলন ঘটিলে সকলো বাধা-বিঘিনি নেওঁচি সেইজন ব্যক্তি লক্ষ্যত উপনীত হ'বই। তেনে এক উদাহৰণ আমাৰ উপন্যাস জগতত আলোড়ন সৃষ্টিকাৰী শ্ৰদ্ধেয় শ্ৰীহিতেশ ডেকা।

ডেকাদেৱৰ জন্ম সৰ্থেবাৰী গাঁৱৰ (বৰ্তমান নগৰ) এটি চুবুৰীৰ এটি অতি দুখীয়া পৰিয়ালত। জীৱনৰ প্ৰথম পুৱাতে দাৰিদ্ৰ্যৰ সৈতে তুমুল সংগ্ৰাম কৰি প্ৰতি খোজতে উজুতি খাই লাহে লাহে আগুৱাই গৈছিল জীৱন যুদ্ধত। বায়েক শ্ৰীযুতা ৰণেশ্বৰী ডেকাই (৯৪ বছৰ) আমাক কোৱা মতে প্ৰাথমিক স্কুলত পঢ়ি থাকোঁতে হাবিত খৰি কাটি সেই খৰি বিক্ৰী কৰি পাঠ্যপুথি যোগাৰ কৰিছিল। হাইস্কুলত আমি যেতিয়া এম ই শাখাত ভৰ্তি হওঁ তেখেত উচ্চ শ্ৰেণীত আছিল। আমাতকৈ ৩/৪ বছৰ ডাঙৰ। গণিত আমি তেতিয়াৰ দিনত কাষ চাপিব পৰা নাছিলোঁ। তলখাপৰ ছাত্ৰই ওপৰশ্ৰেণীৰ ছাত্ৰৰ লগত মিলামিচা একপ্ৰকাৰ নিষেধ আছিল। গতিকে তেখেতক আমি বিশেষভাৱে জানিব নোৱাৰিছিলো। খেলপথাৰত তেখেতৰ বলৰ যি দীঘলীয়া শ্বট— সেয়ে আমাক মুগ্ধ কৰিছিল। তেখেতে সদায় ফুলবেকত খেলিছিল। খেলা-ধূলাৰ মাজত থাকিও তেখেতে নিজৰ কথা, ঘৰখনৰ কথা পাহৰি যোৱা নাছিল। স্কুলত অনুপস্থিত থাকিও ঘৰৰ সমস্যা দূৰ কৰাৰ চেষ্টা অব্যাহত ৰাখিছিল। স্কুলত পঢ়ি থকা সময়তে তেখেতে ব্যৱসায় কৰিবলৈ লয়। এই দিশত তেখেতক ডাক্তৰ যাদৱচন্দ্ৰ ডেকাই যথেষ্ট সহায় কৰিছিল বুলি জানিব পাৰিছোঁ। তেখেতৰ ঘৰতে থাকি কঁহাৰ-শিল্পীসকলক কেঁচামাল এঙাৰ যোগান ধৰাৰ কথা সৰ্বজনবিদিত। ব্যৱসায়ত লিপ্ত হৈ কেতিয়াবা কেতিয়াবা পৰীক্ষা পৰ্যন্ত দিব নোৱাৰি

পঢ়াত পিছুৱাই গৈছিল, কিন্তু এনে অৱস্থাতো তেখেতৰ অসুবিধাৰ কথা কাকো জানিব দিয়া নাছিল। আনকি তেখেতে ভঙা কাঁহ সলোৱাকে ধৰি যেতিয়া যি সুবিধা আছে তাকেই কৰিছিল। ইয়াৰ মাজতে তেখেত ছাত্ৰ সংঘ, ছাত্ৰ সম্মিলন আদি অনুষ্ঠান-প্ৰতিষ্ঠানবিলাকৰ লগতো নিজকে জড়িত কৰি ৰাখিছিল। উৎসৱ-পাৰ্বণবিলাকত খেলা-ধূলাত যোগদান কৰাৰ লগতে নাটক থিয়েটাৰত ভাওঁ লৈ এজন ভাল ভাৱৰীয়া হিচাপে বাঃ বাঃ আদায় কৰিছিল। গন্ধাসুৰ দৈত্যৰ ভাও লৈ কৰা ভাওত ষ্টেজ কঁপোৱা তৰ্জন-গৰ্জনে সকলোকে মুগ্ধ কৰিছিল আৰু সকলোৰে প্ৰশংসা আদায় কৰিছিল।

সাহিত্য চৰ্চা ছাত্ৰ কালৰ পৰাই প্ৰধান চখ আছিল। ধেমেলীয়া ৰসবচনা, কথা কবিতা আৰু সাধুকথা লিখি ভালপোৱা কথা আমি জানিছিলো। হাইস্কুলৰ মূৰলা ছাত্ৰ সংঘৰ নৱজাগৰণ, বেণু আদি হাতেলিখা আলোচনীত তেখেতৰ লেখা প্ৰকাশ পোৱা আমি দেখিছিলো। সেই সময়ৰ ছাত্ৰসকলৰ মাজত গঠন কৰা সখি সংঘ (ভক্তদাস আটৈৰ), ভাতৃ সংঘ আদি অনুষ্ঠানতো তেখেত ওতঃপ্ৰোতভাৱে জড়িত থাকি ৰাগিয়াল বস্তু বৰ্জন কৰা আদি অভিযানত সক্ৰিয় অংশগ্ৰহণ কৰিছিল। শ্ৰীযুত হৰবল্লভ ডেকা, শ্ৰীযুত প্ৰসন্ন কুমাৰ ডেকা আদিৰ লগত আহি আমাকো লগত লৈ গাঁৱে গাঁৱে গৈ সৰু ল'ৰাবিলাকক পিৰি-ধপাত নেখাবলৈ ৰসাল বক্তৃতা দিয়া কথাবোৰ আজিও মনত আছে। তেখেতে স্কুলীয়া ছাত্ৰ হিচাপে স্বাধীনতা আন্দোলনতো আগভাগ লৈছিল। পাকা সৰুক্ষেত্ৰী অঞ্চলত গঠন কৰা মৃত্যুবাহিনীত যোগদান কৰি পাঠশালা ষ্টেশ্বনত কৰা বোমা বিস্ফোৰণৰ লগত জড়িত আছিল বুলি জানিব পাৰিছোঁ।

আমি ডেকাদেৱক অতি ওচৰত পাওঁ কলেজীয়া জীৱনত। ১৯৫০ চনত মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হৈ নলবাৰী কলেজত ভৰ্তি হওঁতে আৰম্ভণিতে আমি হোষ্টেলত থাকিবলৈ যাওঁ। কিন্তু হোষ্টেলত কিছুমান অসুবিধাৰ সন্মুখীন হওঁ। শ্ৰীযুত ডেকা তেতিয়া বি, এ, মহলাৰ ছাত্ৰ। তেখেতে ক'ত থাকে, ক'ত খায় থিতাপি নাই। এদিন আমাৰ কাষ চাপি ক'লে— হেৰিহে ভূপেন, আমি আমাৰ অঞ্চলৰ ল'ৰাকেইজনে মেচ কৰি থাকিলে কেনে হয়? (ইতিমধ্যে আমি মোৰ অন্তৰংগ বন্ধু ৺চক্ৰেশ্বৰ তালুকদাৰৰ লগত হোষ্টেল এৰাৰ কথা আলোচনা কৰি আছিলো)। আমি লগে লগে ক'লো—

'আমি তাকেই আলোচনা কৰি আছোঁ, যদি ঘৰ পোৱা যায় আজিয়ে পাৰিলে যাওঁ।' তেখেতে উৎসাহ দিলে আৰু আমাক সাজু হ'বলৈ কৈ গুচি গ'ল। ইয়াৰ পিছত মালিকুছিত আৰম্ভ হ'ল মেচ জীৱন। মেচৰ আন দুজন বন্ধু আছিল আমৃখোৱাৰ শ্ৰীযুত লোহিত ডেকা আৰু হাজোৰ শ্ৰীযুত পৰমা দাস।

দিনবোৰ পাখিলগা কাঢ়ৰ দৰে দৌৰিবলৈ ধৰিলে আৰু আৱিষ্কাৰ হ'ল ডেকাদাৰ জীৱনৰ নতুন দিগন্ত। মেচলৈ অহাৰ পাচৰ পৰা আপোনা-আপুনিৰ সলনি আমাৰ আটাইৰে ডেকা দাদা হ'ল। কিন্তু ডেকা দাদা নামতহে মেচ মেম্বাৰ হ'ল। সপ্তাহত চাৰিদিনো মেচত নেথাকে, ক'ত ঘূৰে, ক'ত খায় একো ঠিক নাই। যি কেইদিন থাকে সেই কেইদিন আমাক লগত লৈ গৈ বজাৰ কৰে আৰু হাঁহি-ধেমালিৰ মাজতে খাই-বৈ পঢ়া-শুনা কৰোঁ। ডেকাদাক কিন্তু পাঠ্য কিতাপ পঢ়া কোনোদিনে দেখা নাপাওঁ। কিব্যা-কিবি লিখি থকাত বাহিৰে আন পঢ়া-শুনা নকৰে। প্ৰায়ভাগ দিন বাহিৰত থাকে কি কৰে তেখেতেহে জানে। সুধিলে কয় পলাশবাৰীলৈ গৈছিলো— সৰ্থেবাৰীলৈ গৈছিলো ইত্যাদি ইত্যাদি। কিছুদিন পিচত জানিব পাৰিলো তেখেতে এখন উপন্যাস লিখিছে— এদিন আমাক পাঠ কৰিও শুনালে। উপন্যাসৰ সংলাপ আৰু বিষয়-বস্তু শুনি আমি আটায়ে স্তব্ধ হৈ গ'লো। আটায়ে একেমুখে প্ৰেচত দিয়াৰ দাবী কৰিলোঁ। আমি জনাত এইখনে তেখেতৰ প্ৰথম উপন্যাস প্ৰায়শ্চিত্ত। উপন্যাসখন সৰু যদিও পাঠক সমাজত ভীষণ আলোড়ন সৃষ্টি কৰা কথা আমি নিজে দেখিবলৈ পাইছো।

লাহে লাহে তেখেতে পঢ়া-শুনা একপ্ৰকাশ বাদ দিয়া যেনেই হ'ল। তেখেতে আকৌ লিখা আৰম্ভ কৰিলে। দুই-এটা অধ্যায় পঢ়ি শুনায়ো। কিন্তু আমাৰ পৰীক্ষা ওচৰ চাপি অহাত তেখেতে হঠাৎ মেচ এৰি গুচি গ'ল আৰু আমিও ঠাই সলালো। আমি বাছনি পৰীক্ষা দি আহি ঘৰ পোৱাৰ পাচত তেখেতৰ শ্ৰেষ্ঠ উপন্যাস আজিৰ মানুহ আমালৈ পঠিয়ায়। আই এ পৰীক্ষাত উত্তীৰ্ণ হৈ আমি গুৱাহাটীত ৰাতিৰ কলেজৰ ছাত্ৰ হ'লো আৰু এটি চাকৰিও কৰিলো। তেতিয়া আমাৰ থকা ঠাই নিপ বৰুৱাইতৰ পিচৰ ঘৰ এটাত। এদিন ৰাতি হঠাৎ মেচত উপস্থিত হিতেশদা। তেখেতৰ কথাৰ পৰা জানিলো তেতিয়ালৈকে তেখেতৰ স্থায়ী জীৱিকাৰ

সঙ্গতি লগা নাই। য'তে যি সুবিধা পায় তকে কৰিয়ে দিনবোৰ কটাইছে। বি, এ, পাছ কৰিলেনে নাই তকো সোধা নাই। ইতিমধ্যে 'আজিৰ মানুহে' পাঠক সমাজত গোটেই ৰাজ্যজুৰি গভীৰ আলোড়নৰ সৃষ্টি কৰিছে। সিদিনা আমি মাছে-মঙহে খালো আৰু ৰাতিটো বৰ আনন্দ কৰিয়ে অতিবাহিত কৰিলোঁ। পিচদিনা যাব ওলোৱাত আমি তেখেতক গুৱাহাটীলৈ আহিলে আমাৰ মেচলৈ আহি থকাৰ কথা কৈ বিদায় দিলো। ইয়াৰ পাচত তেখেতে প্ৰায়ে সপ্তাহ-পষেকৰ মূৰত আহি আমাৰ লগত থকা কৰিলে আৰু নানা দুখ-কষ্ট কৰি আমাৰ মেচতে জন্ম দিলে 'ভাৰাঘৰ'ৰ।

দিন আগুৱাই গৈ থাকিল। জানিব পাৰিলো ডেকাদা জালুকবাৰী হাইস্কুলত সহকাৰী শিক্ষক পদত যোগদান কৰিছে। খবৰটো পাই ডেকাদাক কেতিয়া ক'ত লগ পাওঁ চিন্তা কৰিলো। তেতিয়া আমি চাকৰি আৰু ছাত্ৰৰ কৰ্তব্যত সমানে সমানে আৱদ্ধ। এদিন বিশ্ববিদ্যালয়ৰ শ্ৰেণীৰ পাঠ গ্ৰহণ কৰি জালুকবাৰী হাইস্কুল পালোঁ আৰু লগ পাই প্ৰথমতে শুভেচ্ছা জনালোঁ। তাৰ পাচত নানা কথা-বতৰা হৈ তেখেতক আমাৰ মেচলৈ নিমন্ত্ৰণ কৰি উভতি আহোঁ। কিছুদিন পাচত (১৯৫৯ চন) তেখেতে আহি এটা পৰামৰ্শ দাঙি ধৰিলে, পৰামৰ্শটো আছিল আমাৰ অঞ্চলৰ গুৱাহাটীত থকা মানুহখিনিৰ মাজত সংযোগ স্থাপনৰ বাবে এটা অনুষ্ঠান স্থাপন কৰা। আমাৰ মেচৰ আটাইকেইজনে (শৰৎ ডেকা, ভবেশ ভূঞা, বন্ধুৰাম ডেকা) লগে লগে সম্মতি প্ৰদান কৰিলে আৰু দিন-বাৰ ঠিক কৰি আমাক আহ্বান কৰিবলৈ দায়িত্ব দি তেখেতে বিদায় ল'লে। মিটিং সময়মতে জজখেলপথাৰত আহ্বান কৰা হ'ল যদিও সদস্যৰ উপস্থিতি বৰ কম আছিল। তথাপি আমাক সম্পাদকৰ দায়িত্ব দি ডেকাদাক সভাপতি হিচাপে লৈ উনৈশজনীয়া এখন কাৰ্যকৰী কমিটী গঠন কৰা হ'ল আৰু সিদিনাই সদস্যৰ বৰঙণিও কিছু তোলা হ'ল। সংগঠনৰ নামকৰণ কৰা হৈছিল 'সৰুক্ষেত্ৰী সম্মিলন' গুৱাহাটী। দুখৰ বিষয় ১৯৬০ চনত আমি গুৱাহাটী এৰিব লগা হোৱাত সিমানতে অনুষ্ঠানটোৰে যৱনিকা পৰিছিল।

ডেকাদাৰ স্মৃতিশক্তি বৰ তীক্ষ্ণ। তেখেতে শুনা মাত্ৰকে যিকোনো কথাৰ লাগতিয়ালখিনি হজম কৰি পেলায়। তাৰ নিদৰ্শন তেখেতৰ লেখনিসমূহৰ পাতে পাতে বিদ্যমান। বাহিৰা পুথি খুব পঢ়া দেখিছিলো। কিন্তু যিকোনো আলোচনাত তেখেতে অংশগ্ৰহণ কৰি তাৰ সাৰভাগ কাঢ়ি লৈ তেখেতৰ

লেখনিৰ মাজত প্ৰকাশ পোৱা আমি দেখিছোঁ। বক্তৃতা মঞ্চত তেখেতে দিয়া উদ্ধৃতিবোৰ এনেদৰে সজাই-পৰাই দিব পাৰে যে তেখেতৰ কথাত সকলো শ্ৰোতা মুগ্ধ হৈ পৰা আজিও অব্যাহত আছে।

ডেকাদাৰ আন এটা বৈশিষ্ট্য— তেখেতৰ খোৱা-লোৱা, পিন্ধা-উৰা আদিত অকণো 'লেউভেউ' আগতেওঁ নাছিল আজিও নাই। আৱশ্যকবোধে মাটিত এখন সাধাৰণ কাপোৰ পাৰি শুব পাৰিছিল। মেচত থাকোঁতে তেখেতে বজাৰ কৰিবলৈ গলে আহু চাউল (দুৰে চেঙাধানৰ) কিনি আনিছিল আৰু আমাক কৈছিল— 'হেৰিহে জয়, এই চাউল মোটা যদিও খাবলৈ বৰ সোৱাদহে, তোমালোকে বেযা পোৱানেকি ?' আমি মুখলৈ চাই হাঁহিছিলো মাত্ৰ।

এইজনেই আমাৰ হিতেশদা— আমাৰ ৬১তম সৰ্থেবাৰী অধিৱেশনৰ নৱ-নিৰ্বাচিত সভাপতি— যিজনে অক্লান্ত শ্ৰমৰ মাজেদি নিজকে প্ৰতিষ্ঠা কৰি আজি অসমৰ একমাত্ৰ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ সভাপতি হৈ কঢ়িয়াই আনিবলৈ সক্ষম হৈছে অফুৰন্ত গৌৰৱ আৰু আনন্দ। তেখেতে দীৰ্ঘায়ু লাভ কৰক আৰু জাতীয় অনুষ্ঠানটো তেখেতৰ গতিশীল নেতৃত্বত আৰু বেছি শক্তিশালী হৈ উঠক— এয়ে আমাৰ বিনম্ৰ কামনা।

জয়তু হিতেশ ডেকা
জয়তু অসম সাহিত্য সভা
জয়তু জননী অসম।

# মানুহৰ সাহিত্যিক হিতেশ ডেকা

প্ৰমোদ কাকতি

জ্ঞানৰ শিৰলুৰে
অহা যোৱা কৰে মান
চিৰন্তন...

মোৰ বাবে শ্ৰীযুত হিতেশ ডেকা এগৰাকী শ্ৰদ্ধেয় সাহিত্যিক। তেখেতলৈ আগবঢ়োৱা সন্মান আজিৰ নহয়। ১৯৬২ চনত মই অষ্টমমানৰ ছাত্ৰ। আমাৰ গাঁৱৰ (উলাবড়ী: নলবাৰী) পুথিভঁড়ালৰ এগৰাকী নিয়মীয়া পাঠক। তাতে চিনাকি হয় এই শ্ৰদ্ধেয় ব্যক্তিজনাৰ নামটোৰ স'তে। 'আজিৰ মানুহ' হাতত তুলি লওঁ। জ্যেষ্ঠ এজনে কয়— চেমনীয়াৰ হাতত উপন্যাস কিয়'? মই থমকি ৰও। বাহিৰলৈ গৈ বন্ধু জনৈকক জনাও— কথাটো কি'? তেওঁ নিৰ্ভয় দিয়ে। একো নহয়। একো বেয়া কথা নাই। আদৰ্শ আছে। পঢ়িলে শিকিব পাৰিবা— বহু ভাল কথা। মোৰ আগ্ৰহ বাঢ়িল। সাহসো গোটালো। তেৱে আনি দিলে। ৰংমনে ঘৰলৈ আহিলো হয়; আকৌ চিন্তা— ভয়। ককাইদেউহঁত যি যে কঢ়া। কি কৰো। — ৰাতি সকলোটি শুলে। মই পৰা নাই। উচপিচাই আছো। চাকিত তেল বা কিমান আছে'? কিতাপখন গাৰুৰ তলত। উলিয়াই ল'লো। পঢ়ি গ'লো। কিছুমান গাঁৱৰ মানুহ। খেতিবাতিৰ কথা। সমবায় আন্দোলন। ধনী দুখীয়াৰ সংঘাত। সামন্ততন্ত্ৰৰ বিপৰীতে কৃষকৰ ক্ষোভ। ককাইৰ শাসন। নবৌৰ মাতৃসুলভ স্নেহ। খুলশালীৰ সলাজ চাৱনিত আদি ৰস। নায়কৰ আদৰ্শ। মই ভাবি গ'লো। এইবোৰ দেখোন মোৰ চাৰিওফালে লাগি থকা কাহিনী, চৰিত্ৰ, সমাজ আৰু পৰিবেশ। হৰ্ষ, বিষাদ, প্ৰেম, কলহ। আমাৰ দৈনন্দিন জীৱন। সমাজ আৰু সভ্যতা। বাস্তৱ বুৰঞ্জী।

তাৰ পিছত আৰু পঢ়িলো। মাটি কাৰ, ভাৰা ঘৰ, নতুন পথ, এয়েতো জীৱন, আচল মানুহ, সীমাৰ কাজিয়া। মনৰ বেল চলে। ডবাই ডবাই শেষ কৰো, ১৯ খন উপন্যাস, ৫ খন গল্প, ৪খন নাটক, ৩ খন প্ৰবন্ধ। চিন্তাৰ বাটেৰে উভতি চাওঁ। সমাজবাদ, প্ৰগতিবাদ, জাতীয়তা

বাদ, হয়নে? কোনটো সঁচা? নে আটাইবোৰেই? সকলোৰে উৰ্ধ্বত অনুভৱ। ব্যক্তি আৰু সামাজিক সত্ত্বাৰ জাগৰণ। সুগুজলৈ দিয়া আশাৰ সঞ্চাৰ। প্ৰেৰণা আৰু অভাৱনীয় কৰ্ম শক্তি। সংগঠনৰ দায়িত্বশীল ভূমিকা। সমাজলৈ সুখ-সমৃদ্ধিৰ পৰিষ্ফুত সপোন। অথচ জীয়া কথা। সাৱলীল ভাষা। আৰহীন বৰ্ণনা। হিয়া পৰশা সংলাপ। ভীষ্ম সদৃশ চৰিত্ৰ। নিখুঁট। নিপোতল, সৰ্বাংগ সুন্দৰ।

মই নিজকে প্ৰশ্ন কৰিলো। এইটো কেনে কথা। এতিয়াতো মানুহে মহাভাৰত, ৰামায়ন নেলেখে। গল্প-উপন্যাস ৰচা আজিৰ যুগ। গতিকে উপন্যাস পঢ়াত কি দোষ থাকিব পাৰে? যি কথাই, যি কাহিনীয়ে, যি চৰিত্ৰই, যি পৰিবেশে মানুহৰ চিত্ত-মহত্ত্ব গঠনত সহায়ক হয়। সত্তা-ব্যক্তিত্বত গভীৰভাৱে ৰেখা পাত কৰে। যি গ্ৰন্থই মানুহৰ জীৱন গঢ়াত, চৰিত্ৰক সুগঢ়ি কৰাত, সমাজক নেতৃত্ব দিয়াত সহায়ক হয়। মনতে উত্তৰ পালো। মিচা কথা। আমাৰ এটা ভ্ৰান্ত ধাৰণা। চেমনীয়াইঁতে উপন্যাস পঢ়া অনুচিত।

কঁৈ যোৱাটো ভাল হ'ব যে মই তেতিয়া নাজানো হিতেশ ডেকা নামৰ এই সু-সাহিত্যিকজন দৰাচলতে ডেকা নে বুঢ়া, ক'লা নে বগা, ওখ নে চাপৰ, খীণ নে শকত। কাৰণ তেতিয়াও এই শ্ৰদ্ধেয় সাহিত্যিকগৰাকীৰ স'তে মোৰ সাক্ষাৎ হোৱা নাই। তেখেতৰ মহান লেখনিসমূহৰ স'তেহে লুকাই চুৰকৈ পৰিচয় ঘটিছে তথাপি আমাৰ চামৰ মাজত আলোচনা হয়। বিভিন্নজনৰ ভিন্ন মত। বিপ্লৱী, সমাজবাদী, প্ৰগতিবাদী, প্ৰেমিক, আদৰ্শবান আদি আখ্যা দিয়ে। মোৰ কিন্তু তেনে একো ধাৰণা নাই। মাথোঁ এটা অনুভৱ। নিশ্চয় তেখেত সুন্দৰ। সত্যম শিবম সুন্দৰম।

শ্ৰদ্ধেয় এই ঔপন্যাসিকগৰাকীয়ে অসমীয়া গদ্য সাহিত্য সৃষ্টিত নেপোলিয়নৰ দৰে ভূমিকা গ্ৰহণ কৰিছিল। এজন ডেকা কলেজীয়া ছাত্ৰয়ো যে 'আজিৰ মানুহ' (১৯৫২) ৰ দৰে উপন্যাস লিখিব পাৰে সেই কথাটো যেন পণ্ডিত সমাজে স্বীকাৰ কৰিবলৈ টান পাইছিল। সাহিত্য সৃষ্টি কৰাটো যেনিবা একশ্ৰেণী উচ্চশিক্ষিত অথবা তথাকথি উচ্চ ডিগ্ৰীধাৰীৰহে একচেতিয়া বিষয়। [এই ধাৰণা কিছু কিছুৰ ক্ষেত্ৰত অদ্যাপিও বিদ্যমান] শ্ৰদ্ধেয় ডেকা কিন্তু থমকি নৰ'ল। নিৰলস যাত্ৰা তেখেতৰ। সিদ্ধান্ত অচল। আত্মবিশ্বাস গভীৰ। দেখা কৰিলে শিক্ষাগুৰু, অধ্যক্ষ ত্ৰৈলোক্য নাথ গোস্বামীক। যাঁহি থাকিলে শিলো ক্ষয় যায়। গোস্বামীদেৱৰ দৰে গদ্য সাহিত্যৰ ওজা আৰু

নিভীক সমালোচকগৰাকীয়ে শেষত 'আজিৰ মানুহ'ৰ পাতনি লেখিলে। তেতিয়াৰ দিনত গোস্বামীদেৱে স্বীকৃতি দিয়া মানে পণ্ডিতৰ সভালৈ যোৱা কথা। কাযেই শ্ৰদ্ধেয় ডেকাৰ লেখনিয়ে অচিৰে সকলো স্তৰৰ চিন্তাবিদৰ অন্তৰত এখন আসন লাভ কৰিলে।

ৰবীন্দ্ৰনাথৰ দৰে সোণৰ চামুচ মুখত লৈ জন্ম গ্ৰহণ কৰা নাই শ্ৰদ্ধেয় ডেকাই। এজন কঁহাৰৰ ল'ৰা। কাঁহ উদ্যোগৰ কেন্দ্ৰভূমি সৰ্থেবাৰীত ঘৰ। জন্ম হয় ২৮ ফেব্ৰুৱাৰী ১৯২৪ চন। দেউতাক ৰবিৰাম আছিল কঁহাৰ। মাক সুন্দৰীপ্ৰিয়া সু-গৃহিনী। অনাড়ম্বৰ খাতি খোৱা জীৱন। সৰ্থেবাৰী কিয় সেই সময়ত অসমৰ কোনোটো চহা অঞ্চলে শিক্ষাৰ পূৰ্ণ সুবিধা বা মৰ্যাদা পোৱা নাছিল। তেতিয়াৰ মাক-দেউতাকসকলৰ মনৰ ভাব— ছোৱালীহ'লে গৃহ কৰ্ম শিকাই এঘৰলৈ উলিয়াই দিব। ল'ৰা হ'লে পাৰিলে ক-ম শিকাই খেতি বা ব্যৱসায়ত খটুৱাব। শ্ৰদ্ধেয় ডেকাও ইয়াৰ ব্যতিক্ৰম নাছিল। কঁহাৰৰ ভাটিত কাঁহ পিটি প্ৰৱেশিকা পাছ কৰে (১৯৪৮ চন, সৰ্থেবাৰী হাইস্কুল)। মনোবলকে সম্বল হিচাপে লৈ নলবাৰী কলেজ পায় আৰু কলাৰ স্নাতক হয (১৯৫২)। খলা বমা, ঘাট-প্ৰতিঘাত, অভাৱ-অনাটন আদিকে মূলধন হিচাপে লৈ তেখেতে জীৱনৰ নাট মেলে আৰু আজু ককাৰ কাঁহ পিটা বৃত্তিৰ পৰা মুক্তি লৈ শিক্ষকতাকে জীৱনৰ আচল পথ হিচাপে বাচি লয়। কৰমৰ ঘাটে ঘাটে নাও ৰাখি শেষত জালুকবাৰী হাইস্কুলৰ প্ৰধান শিক্ষক হিচাপে অবসৰ গ্ৰহণ কৰে (১৯৮৫)।

The pen is mighter than the sword. এই মহা সত্য কথাষাৰি শ্ৰদ্ধেয় ডেকাৰ ক্ষেত্ৰত বাৰুকৈয়ে প্ৰয়োগ কৰিব পাৰি। শিক্ষকতা তেখেতৰ আছিল পেচা। কিন্তু সাহিত্য সৃষ্টি হ'ল আজন্ম সাধনা। তেখেত কৃতসংকল্প। সাহিত্য সৃষ্টিকে জীৱনৰ লক্ষ্য হিচাপে লৈ নীৰৱে লিখি গ'ল অনেক উপন্যাস, গল্প, নাটক আলোচনা।

শ্ৰদ্ধেয় হিতেশ ডেকাৰ সাহিত্যৰ পটভূমি গাঁও। গ্ৰাম্য জীৱন কৃষি সংগঠন। সৰ্বসাধাৰণৰ পৰা বুটলা চৰিত্ৰ। ৰসাল বৰ্ণনা আৰু আদৰ্শৰ ওপৰত প্ৰতিষ্ঠিত সুদৃঢ় ভেটি। সাহিত্যৰথী বেজবৰুৱাই ক'বৰ দৰে মতিৰাম-মালতীৰ কথায়ো বিশ্ব সাহিত্যৰ চানেকি বহন কৰিব পাৰে। শ্ৰদ্ধেয় ডেকাৰ গ্ৰন্থসমূহ পঢ়িলে এনে ধাৰণা স্পষ্টভাৱে ফুটি উঠে। গ্ৰাম্য অৰ্থনীতি, ধনী-দুখীয়াৰ সংঘাত অথচ শেষত নায়কৰ সততা, সুকৰ্ম আৰু আদৰ্শই

বিজয়ী হোৱা আদৰণীয় চিন্তাই ডেকাদেৱৰ সাহিত্য-পাঠকৰ মন ভৰাই তোলে— প্ৰেৰণা যোগায় জীৱন গঢ়াৰ।

গ্ৰাম্য সমাজত পোহৰৰ বন্তি প্ৰজ্বলোৱা সম্ভাৱনাৰ বাবেই ডেকাদেৱৰ গল্প-উপন্যাস চহা জীৱনৰ মুখে মুখে। কোনোৱে পঢ়িছে। পঢ়ি শুনাইছে। শুনা কথাকে আনৰ আগত কৈছে। প্ৰতাপ-নীলিমা, উষা-মহেশ, বলোৰাম-উমাৰ কাহিনী, ৰাম-সীতা, ৰাধা-কৃষ্ণ, শিৱ-পাৰ্বতীৰ দৰে মানুহৰ হৃদয়ে হৃদয়ে বিচৰণ কৰি থাকে। সেই বাবে শ্ৰদ্ধেয় ডেকাদেৱ গাঁৱলীয়া সাহিত্যিক। সাধাৰণ মানুহৰ মনোৰাজ্যৰ অঘোষিত উপন্যাস সম্ৰাট।

সংগঠক হিচাপেও শ্ৰদ্ধেয় ডেকাদেৱৰ এখন সুকীয়া আসন আছে। প্ৰায় দুকুৰি বছৰ ধৰি অসম সাহিত্য সভাৰ একনিষ্ঠ কৰ্মী হিচাপে সেৱা আগবঢ়াই আহিছে। দুবাৰকৈ (১৯৬৭, ১৯৮০) উপসভাপতিৰ আসনো অলংকৃত কৰিছে। কামৰূপ সাহিত্য পৰিষদবো (এতিয়া সভা) নেতৃত্ব দিছে (১৯৭৫)। উল্লেখ থাকে যে শ্ৰদ্ধেয় ডেকাদেৱৰ যত্নতে কামৰূপ সাহিত্য পৰিষদে জালুকবাৰীস্থ বৰ্তমানৰ ঘৰ-মাটি লাভ কৰিবলৈ সক্ষম হৈছে। তেখেতে ভালেমান শাখা সভাৰো নেতৃত্ব দিছে। পৰামৰ্শদাতা হিচাপে কাম কৰিছে। অন্যান্য শিক্ষাসদি সামাজিক অনুষ্ঠানৰ লগতো তেখেত জড়িত। সক্ৰিয় ৰাজনীতিৰ সৈতে প্ৰত্যক্ষ সংযোগ নাই যদিও সাহিত্য আৰু ৰাজনীতিৰ মাজৰ সম্পৰ্ক তেখেতে নুই নকৰে যেন লাগে। জাতি এটাক জন্ম দিয়া, লালন-পালন কৰা আৰু প্ৰগতিৰ পথত আগুৱাই নিয়া চিন্তাকে সাহিত্যিকৰ ৰাজনীতিৰ স'তে থকা সংযোগ আৰু মিলনৰ কথা বোধহয় সূচায়। ডেকাদেৱে অসমৰ অস্তিত্ব ৰক্ষাৰ সংগ্ৰামত এটি বলিষ্ঠ ভূমিকা গ্ৰহণ কৰিছিল। বিদেশী লোকৰ অবাধ গতি আৰু বহিৰাগতই অসমৰ উন্নয়নত অন্তৰায সৃষ্টি কৰা বুলি তেখেত সংকিত বুলি ধাৰণা হয। এই শক্তিসমূহে নিচাত্মিকা মনোভাৱ, স্বাৰ্থপৰতা, ভাষা-ধৰ্মৰ গোড়ামী পৰিহাৰ কৰি অসমৰ মাটি-বায়ু পানী সেৱন কৰি মন পৰিশোধনেৰে হাডে-হিমজুৱে অসমীয়া হৈ অসম মাতৃৰ সেৱা কৰি প্ৰগতিৰ কথা চিন্তা কৰাটো উচিত। থলুৱা ভাষাসমূহৰ ক্ষেত্ৰতো শ্ৰদ্ধেয় ডেকাই উদাৰ দৃষ্টিভংগীৰ পোষকতা কৰে যেন লাগে। এই ভাষাসমূহ বিকশিত হওক নিজস্ব ক্ষেত্ৰে ক্ষেত্ৰে। কিন্তু মূলতঃ অসম আৰু অসমীয়াত্বৰ মনোভাৱ পৰিহাৰ নকৰি ভাষা জননীৰ সেৱা কৰাটো আমি দৃঢ়ভাৱে আশা কৰো। বোধকৰো

ডেকাদেৱেও। মহাপুৰুষ শংকৰদেৱে মানুহৰ মন জাতি-বৰ্ণ ভাষা সম্প্ৰদায় সকলোৰে উৰ্দ্ধত আনি একেখন ৰভাতলীত একাত্ম কৰিব পাৰিছিল। ভাষাৰ বিভিন্নতাই যেন মিলনৰ অন্তৰায় নহয়। সংমিশ্ৰণত অসমীয়া জাতি আৰু ইয়াৰ ভাষা সাহিত্য সংস্কৃতি বিকশিত হওক। আমি ভাবো শ্ৰদ্ধেয় ডেকাই এই বিষয়ে যথোপযুক্ত কৰ্ম আঁচনি গ্ৰহণ কৰিব।

শ্ৰদ্ধেয় ডেকাদেৱৰ এটা সুকীয়া ঘৰুৱা জীৱন ধাৰা আছে। সৰুকালিৰ কঁহাৰশালত কাঁহ পিটা হাতুৰি এৰি, কলমৰ মায়াত আবদ্ধ হ'লেও শাৰীৰিক শ্ৰম তেখেতে আজিলৈকে বাদ দিয়া নাই। তেখেত এজন কৃষক হিচাপেও খেতিৰ সকলো কামতে সিদ্ধহস্ত। ঘৰখনৰ সকলো সিদ্ধান্তদায়ক আৰু পৰিচালক। অবসৰ পোৱাৰ পিছতো তেখেতে অকণো চিন্তান্বিত নোহোৱাকৈ কয়— দৰমহা নহ'লে কি হ'ব। পৰিয়াল ডাঙৰ হোৱাটো কোনো অসুবিধা নাই। মোৰ আৰু কেইজনমান পুত্ৰ আছে নহয়। তেওঁলোকে মোৰ হাতত ধন আৰু যশ তুলি দিয়ে। মোৰ পেট আৰু বুকু সদায় ভৰি থাকে। সেই সু পুত্ৰকেইজন হ'ল ডেকাদেৱৰ মূল্যৱান গ্ৰন্থৰাজি। এইখিনিতে কৈ থোৱাটো ভাল হ'ব যে গ্ৰন্থ প্ৰকাশক আৰু বিক্ৰেতাসকলৰ পৰা পোৱা এটা সমীক্ষা মতে অসমৰ খ্যাতনামা গল্পকাৰ-ঔপন্যাসিক সকলৰ পুথি বিক্ৰীৰ হাৰত ডেকাদেৱৰ স্থান উৰ্দ্ধত। ইয়াৰ দ্বাৰা ডেকাদেৱ আৰু তেখেতৰ গ্ৰন্থৰ জনপ্ৰিয়তা সহজে অনুমেয়।

কথা-বতৰা, চাল-চলন, পিন্ধন উৰণ, ভোজন-গমন সকলোতে ডেকাদেৱৰ গাঁৱলীয়া সহজ-সৰল, ধৰণ-কৰণ, আচাৰ-ব্যৱহাৰ পৰিলক্ষিত হয। তেখেতৰ সাহিত্যৰ আত্মা চহা জীৱন— সমাজ। কাহিনী চৰিত্ৰও গাঁওকেন্দ্ৰিক। গাঁৱলীয়া জীৱন প্ৰবাহৰ সুখ-দুখ, হাঁহি-কান্দোন, উচ্চ-নীচৰ ভেদাভেদ, ধনী-দুখীয়াৰ সংঘাত প্ৰাঞ্জল বৰ্ণনাৰে সম্পূৰ্ণ ৰসঘন অৱস্থালৈ উন্নীত কৰি সৰ্বজনপ্ৰিয় কৰাই হ'ল তেখেতৰ উদ্দেশ্য। এইটো তেখেতৰ বিশেষত্বও। তেখেতৰ ভাষা সাৱলীল, কাহিনী আঁৰহীন চৰিত্ৰ আৰু চৰিত্ৰৰ মুখত দিয়া সংলাপ আৰু বৰ্ণনাৰ প্ৰাচুৰ্যই সৰ্বকালৰ বাবে সফল সাহিত্য সৃষ্টিত তেখেতক শ্ৰেষ্ঠত্ব প্ৰদান কৰিছে।

ডেকাদেৱ উদাৰ আৰু আপোন-ভোলা। তেখেতে অসমীয়া ভাষা আৰু মানুহক ভাল পায়। ইয়াৰ দ্বাৰা এইটো বুজিলে ভুল কৰা হ'ব যে ৰাজ্যখনৰ অন্যান্য খিলঞ্জীয়া ভাষাসমূহৰ বিকাশ কামনা নকৰে। সেইদৰে ভাৰতৰ

প্ৰাদেশিক ভাষাসমূহেও উন্নতি কৰক। সৃষ্টিৰ প্ৰতিযোগিতা হওক। ধ্বংস বা হিংসা বা দমনক যেন কোনেও প্ৰশ্ৰয় নিদিয়ে। কাৰো ভাষা সাহিত্য সংস্কৃতিৰ বিকাশত কোনেও যেন ভাবুকিৰ সৃষ্টি নকৰে। শান্তি-মৈত্ৰী আৰু প্ৰগতিৰ হকে সকলো দুষ্কৃতি নাশৰ বাবে ডেকাদেৱে অসম কেশৰী অম্বিকাগিৰিৰ দৰে তেখেতৰ জাতীয়তাবাদী মন গৰজি উঠে। সুযোগ-সুবিধা বুজি যথাস্থানত প্ৰকাশ কৰে। অসমৰ অস্তিত্ব ৰক্ষাৰ ক্ষেত্ৰত তেখেতৰ স্থিতি আপোচহীন।

অসম সাহিত্য সভাৰ একনিষ্ঠ সেৱক এগৰাকী নিজৰ মানুহৰ কথা কোৱা সু-সাহিত্যিকগৰাকী, সৰ্বসাধাৰণ সৃষ্টিশীল কথা-সাহিত্যৰ পাঠক সমাজৰ সৰ্বাধিক প্ৰিয় লেখক এগৰাকী অসম সাহিত্য সভাৰ ৬১ তম সৰ্থেবাৰী অধিৱেশনৰ সম্মানীয় সভাপতি নিৰ্বাচিত হৈছে। সৰ্থেবাৰীত ৰাইজে ঘৰৰ ল'ৰাক শ্ৰদ্ধাৰে আঁদৰাৰ যি আগ্ৰহ ৰাজ্যৰ বাকী অংশৰ জনতায়ো অসমৰ সবাতোকৈ সম্মানীয় আসনখনত এই প্ৰিয় সাহিত্যিকগৰাকীক অধিষ্ঠিত কৰাৰ অদম্য হেঁপাহ। শ্ৰদ্ধেয় হিতেশ ডেকা আজি আৰু অকল সৰ্থেবাৰীৰ সু-সন্তান নহয়— তেখেত অসমৰো— ভাৰতৰো বিশ্বৰো। এইটো তেখেতৰ স্বপ্ৰতিভাৰ আভাৰে উদভাষিত আৰু আৰ্জিত সম্মান-স্বীকৃতি। ডেকাদেৱৰ ভাষাত ই হ'ল কলমৰ স্বীকৃতি।

শ্ৰদ্ধেয় কথা-সাহিত্যিক হিতেশ ডেকাই অসম সাহিত্য সভাৰ নেতৃত্ব বহন কৰি সভাৰ কৰ্ম কেনেদৰে পৰিচালনা কৰে সেই সম্পৰ্কে গভীৰভাৱে চিন্তা চৰ্চা কৰি তেখেতে যথাসময়ত আঁচনি গ্ৰহণ কৰিব। তেখেতলৈ সহযোগ আগবঢ়াব শক্তি যোগাব সভাৰ কৰ্মী, গুণগ্ৰাহী আৰু অসমৰ মানুহে। এচাম বুদ্ধিজীৱীৰ মনত পোষণ কৰা বিতশ্ৰদ্ধভাৱ আঁতৰাই অসমৰ মানুহৰ আশা-ভৰসাৰ এই জাতীয় অনুষ্ঠানটিৰ ভাবমূৰ্তি জনসাধাৰণৰ অনুকূলে অনাৰ বাবে কি ভূমিকা গ্ৰহণ কৰে তাৰ বাবে সকলোৱে সমাগত মুহূৰ্তলৈ আগ্ৰহেৰে বাট চাই আছে।

এতিয়া অসম সাহিত্য সভাই অগ্ৰাধিকাৰ ভিত্তিত কৰিব লগা কামৰ ভিতৰত (ক) অসমীয়া ভাষাৰ আখৰ, আখৰ জোঁটনি, বানান, বানান বিভ্ৰাট আৰু এনেধৰণৰ আসোঁৱাহ দূৰ কৰি সকলোৱে গ্ৰহণযোগ্য নীতি গ্ৰহণ। (খ) এখন প্ৰামাণ্য অভিধান প্ৰণয়ন অথবা ইতিমধ্যে সভাই হাতত লোৱা বহল অসমীয়া অভিধানৰ কাম পুনৰাৰম্ভ। (গ) ভাষা সমন্বয় মঞ্চ

তাত অসমৰ সকলো ভাষা সাহিত্যৰ অনুষ্ঠানেই অংশীদাৰ। এই মঞ্চক অধিক সক্ৰিয় কৰি অসমৰ সকলো খিলঞ্জীয়া ভাষাৰ (উপভাষাত) উন্নতি সাধনৰ বাবে ফলপ্ৰসূ আঁচনি গ্ৰহণ. আৰু অসমীয়া ভাষাৰ উদাৰ প্ৰচলন। (ঘ) বিস্তাৰিত চৰাঞ্চল, চাহবাগিচা আৰু পাহাৰীয়া জিলা দুখনৰ স'তে সংযোগ নিয়মীয়া কৰণ। (ঙ) শাখা সভাসমূহ সক্ৰিয় কৰণ আৰু দায়িত্ব আৰোপ। বিত্তীয় দিশত স্বাৱলম্বিতা অৰ্জন আদি সাংগঠনিক কাম। ইয়াৰ উপৰি সভাপতি মহোদয়ে ভাষা-সাহিত্যৰ উন্নতিৰ প্ৰকল্পে চিন্তামূলক, তত্বগধূৰ, তথ্য সমৃদ্ধ আৰু দুৰ্লভ গ্ৰন্থ প্ৰণয়ন আৰু জাতীয় চেতনাদীপ্ত পৰিকল্পনা হাতত ল'ব লাগে।

সভাপতিৰূপে শ্ৰীহিতেশ ডেকাদেৱক সশ্ৰদ্ধ অভিনন্দন জনাইছোঁ। আশা কৰিছোঁ বাঢ়ি অহা সমস্যাৰ সমাধান কৰি তেখেতে সমুচিত কাৰ্যসূচী হাতত লৈ সভাক আগুৱাই নিব। ভগৱানে তেখেতক ভাষা জননীৰ সেৱা কৰিবলৈ উদ্যম, সুস্বাস্থ্য আৰু দীৰ্ঘ জীৱন প্ৰদান কৰক। জয়তু হিতেশ ডেকা। জয়তু ভাষা জননী। জয়তু অসম সাহিত্য সভা।

# আ-শৈশৱ কালৰ পৰা লগ পোৱা ব্যক্তিজন

— গুৰুপ্ৰসাদ তামুলী

অসম সাহিত্য সভাৰ ৬১ তম অধিৱেশনৰ নৱনিৰ্বাচিত সভাপতি শ্ৰীযুত হিতেশ ডেকা অসমীয়া সাহিত্য জগতৰ বিশেষকৈ উপন্যাস সাহিত্যৰ এজন একনিষ্ঠ সাধক আৰু উজ্জ্বল নক্ষত্ৰস্বৰূপ। তেখেতে পঞ্চাশৰ দশকতেই সাহিত্য ৰচনাৰ পাতনি মেলিলেও ষাঠীৰ দশকত তেখেতৰ উপন্যাস সাহিত্যই প্ৰসাৰ, প্ৰচাৰ আৰু জনপ্ৰিয়তা লাভ কৰে। বিগত ষাঠি আৰু সত্তৰৰ দশকত তেখেতৰ উপন্যাসমূহে ইমানেই জনপ্ৰিয়তা লাভ কৰিছিল যে সেই সময়ছোৱাত প্ৰত্যেকজন ডেকা-ডেকেৰীৰ মুখত তেখেতৰ উপন্যাসৰ বিষয়ে আলোচনা হৈছিল। আনকি দুই-এটি চৰিত্ৰৰ মুখত দিয়া সংলাপো আওৰাই মনৰ সন্তুষ্টি ভাবানুবেগ প্ৰকাশ কৰিছিল। এতিয়াও যুৱক-যুৱতীসকলক তেখেতৰ উপন্যাসসমূহে সমানে ৰসৰ খোৰাক দি আছে।

অসমীয়া কবি-সাহিত্যিকসকলৰ ভিতৰত আটাইতকৈ ভাব-ভাষা-কলা আৰু কামত (বাস্তৱত) পানী নসৰাকৈ সমতা ৰক্ষা কৰি চলা একমাত্ৰ সাহিত্যিক বুলি ডাঠকৈ ডেকাক প্ৰতিপন্ন কৰিব পৰা যায়। তেখেত এগৰাকী বহুমুখী প্ৰতিভাযুক্ত ব্যক্তি।

অসমীয়া জাতীয় জীৱনৰ দুৰ্যোগপূৰ্ণ মুহূৰ্তত তেখেতে লিখনি, কথা আৰু কামত অতন্দ্ৰ প্ৰহৰীৰ ভূমিকা লোৱাৰ কথা কোনে নাজানে? ১৯৪২ চনৰ গণ আন্দোলনৰ পৰা তেল শোধনাগাৰ ভাষা আন্দোলন, মাধ্যম আন্দোলন, বিদেশী বিতাড়ন আন্দোলন আৰু বৰ্তমান সময়ত দেখা দিয়া নানা সমস্যা সমাধানৰ লগত তেখেত ওতঃপ্ৰোতভাৱে জড়িত থকা এজন চিন্তা আৰু কৰ্মনায়ক। অসমীয়া সাহিত্য জগতৰ ভালেকেইজন লব্ধপ্ৰতিষ্ঠ সাহিত্যিকৰ ক্ষেত্ৰত কথা আৰু কামৰ মাজত বিসংগতি দেখিবলৈ পোৱা যায়। কিন্তু শ্ৰীযুত ডেকা এই ক্ষেত্ৰত এক ব্যতিক্ৰম।

অসম সাহিত্য সভাৰ লগত বহুকাল ঘনিষ্ঠভাৱে জড়িত হৈ থকা আৰু সাহিত্য সেৱাত একাণপটীয়াকৈ লাগি থকা অসম সাহিত্য সভাৰ প্ৰকৃত হিতাকাংক্ষী এজনক অসম সাহিত্য সভাৰ শীৰ্ষস্থান অলংকৃত কৰিবলৈ

সুযোগ দিয়া বাবে অসমবাসী ৰাইজ ধন্যবাদাৰ্হ।

বৰ্তমান চলি থকা বছৰটোতো এগৰাকী যোগ্য সাহিত্যিক ডঃ লীলা গগৈকো অসমবাসী ৰাইজে নিৰ্বাচিত কৰিছিল। কিন্তু মহাকালে তেখেতক তেখেতে ভবানুসাৰে সাহিত্য সভাৰ কাণ্ডাৰী হিচাপে কাম কৰিবলৈ সুযোগ নিদিলে। এতিয়ালৈকে একেবাৰে তৃণমূল পৰিবেশৰ পৰা আকাশলংঘী পৰিবেশ নিজেই সৃষ্টি কৰি অসম সাহিত্য সভাৰ সভাপতিৰ স্থান দখল কৰা সভাপতিৰ সংখ্যা তেনেই হাতৰ আঙুলিত লেখিব পৰা যায়। দুই-চাৰিজনে হয়তো ৰাজ অনুগ্ৰহ লাভ কৰি তেনে সন্মানৰ অধিকাৰী হ'বলৈ সক্ষম হৈছে। শ্ৰীযুত হিতেশ ডেকা উক্ত প্ৰথম শ্ৰেণীৰ সাহিত্যিক যিজনে নিজে তৃণমূল পৰ্যায়ৰ পৰা আহি সৰ্বোত্তম স্থান লাভ কৰিবলৈ সক্ষম হৈছে। যিগৰাকী ব্যক্তিয়ে জীৱনৰ আৰম্ভণিৰে পৰা পৰিয়ালৰ পৰা নূন্যতম সুবিধাকণো নাপাই নিঃসহায় যাযাবৰী জীৱন অতিক্ৰমী নিজৰ ধৈৰ্য আৰু অধ্যাৱসায়ৰ গুণত এই মহান পদ লাভ কৰিবলৈ পালে ভাবিলে বিস্ময় মানিব লাগে। অধ্যাৱসায়, অক্লান্ত পৰিশ্ৰম, অকৃত্ৰিম অথচ জাগ্ৰত জাতীয় চিন্তা চেতনা আৰু অনিৰুদ্ধ গতিৰ উদ্দীপনাই তেখেতক এই পদ লাভ কৰাৰ পথ সুগম কৰি দিলে। সাৰ্থক জীৱন, সাৰ্থক সাহিত্যিক আৰু সাৰ্থক ব্যক্তিত্বৰ অধিকাৰী সেইজন, যিজনে ভাবিব নোৱাৰা এটি অৱস্থাৰ পৰা অনুকূল পৰিবেশ সৃষ্টি কৰি এনে পৰ্যায়লৈ উন্নীত হ'ব পাৰে। অনুকূল পৰিবেশ পাই প্ৰখ্যাত সাহিত্যিক, ডাঙৰ ব্যক্তি হোৱাৰ দেখাৰ নিদৰ্শন নথকা নহয়। কিন্তু প্ৰতিকূল পৰিবেশ জয় কৰি নিজকে প্ৰতিষ্ঠা কৰা সাহিত্যিক বা ব্যক্তি হেজাৰৰ ভিতৰত এজন বুলি ক'লেও অত্যুক্তি কৰা নহয়। সুযোগ পাই ডাঙৰ হোৱাতকৈ নিজ অধ্যৱসায়ৰ যোগেদি সুযোগ উলিয়াই ডাঙৰ হোৱা জনহে প্ৰকৃততে ডাঙৰ। যোগ্য হ'বৰ সুবিধা পোৱাজনতকৈ যোগ্যতা লাভ কৰি যোগ্য হোৱা জন বেছি যোগ্য আৰু বেছি সাৰ্থক। এনে ধৰণৰ উক্তি কেৱল শ্ৰীযুত হিতেশ ডেকাদেৱৰ ক্ষেত্ৰতহে প্ৰযোজ্য এনে নহয়, তেখেতৰ নিচিনা যিসকলে নিজেই পৰিবেশ সৃষ্টি কৰি একেবাৰে নিম্নতম অৱস্থাৰ পৰা নিজৰ প্ৰযত্নেৰে শীৰ্ষ স্থান লাভ কৰিবলৈ সক্ষম হৈছে সেইসকলৰ ক্ষেত্ৰতো সমানে প্ৰযোজ্য।

আ-শৈশৱ কালৰে পৰা আজি পৰ্যন্ত আমি তেখেতক যিদৰে জানো, যিদৰে বুজো তাকেই মাত্ৰ অকুণ্ঠচিত্তে প্ৰকাশ কৰিব বিচাৰিছোঁ। তেখেতৰ

প্ৰতি একেবাৰে পঞ্চমুখ হৈ নাইবা গুণমুগ্ধ হৈ সত্যৰ অপলাপ কৰিবলৈ বিচৰা নাই। তেখেতৰ ঘৰ আৰু আমাৰ ঘৰৰ ব্যৱধান এক ফাৰ্লঙতকৈ অধিক নহয় আৰু তেখেত আৰু আমাৰ তাৰতম্য ৮/৯ বছৰ মান হ'ব। তেজ মঙহৰ কোনো সম্পৰ্ক নাথাকিলেও আত্মীয়তা কিন্তু গাঢ় আছিল। সৰু কালৰে পৰা একেলগে মাছ মাৰিবলৈ যোৱা, বৰ্তমানৰ সাহিত্য সভা মণ্ডপৰ ওচৰে-পাজৰে হীৰাবৰি, বামুণপকা, মাটি খোৱা ৰিজাৰ্ভত খৰি কাটিবলৈ যোৱা, ভলীবল, ফুটবল খেলা, টকোন খেলা, ধোপ খেলা, হাডু খেলা, আৰু ৰবি শস্যৰ খেতি বিশেষকৈ আলু খেতি কৰাত সহযোগী তথা সহকৰ্মী আছিলো। সেই সকলো কৰ্মতে তেখেতে অগ্ৰণী ভূমিকা লৈছিল। তেখেতৰ লগত লৰালি কালৰ কৰ্মময় আৰু খেল-ধেমালি কৰা জীৱনৰ স্মৃতিবোৰ আজিও আমাৰ মানসপটত ভাস্বত হৈ আছে।

১৯৫২ চন। আমি তেতিয়া সৰ্থেবাৰী হাইস্কুলৰ অষ্টমমানৰ ছাত্ৰ। শ্ৰীযুত ডেকা ককাইদেউৰ লগত শ্ৰীকীৰ্তি তামুলি, শ্ৰীকবিধৰ ককাইদেউ আৰু আমি একেলগে বৈদাৰ বাৰীত (বৈদ্যৰ বাৰীত) আলু খেতি কৰিছিলো। সেই সময়ছোৱাত তেখেতে নলবাৰী কলেজত বি এ শ্ৰেণীত শিক্ষা গ্ৰহণ কৰি আছিল। আমি যোগীৰবৰি চুপাৰ পৰা কটোহা বাঁহৰ জেং কাটি আনি জেওৰা দিছিলো। মাজে সময়ে কলেজীয়া খৰচ উলিয়াবৰ কাৰণে সুদূৰ পলাশবাৰীৰ পৰা নাৱেৰে শালকাঠী এঙাৰ আনি কঁহাৰসকলক যোগান ধৰিছিলো। উক্ত সময়ছোৱাতে তেখেতৰ বিখ্যাত আৰু আটাইতকৈ জনপ্ৰিয় উপন্যাস 'আজিৰ মানুহ'খন লিখি আছিল। উপন্যাসখনৰ ভালেকেইটি চৰিত্ৰৰ নাম আৰু তাত উল্লেখ থকা 'বিজয় লক্ষ্মী ফাৰ্ম' আদিৰ নাম আলোচনা মৰ্মে দিয়া হৈছিল। আনকি উপন্যাসখনৰ প্ৰেছৰ পাণ্ডুলিপিও আমি পাখিকলমেৰে লিখি দিছিলো। সেই স্মৃতি আজিও আমাৰ স্মৃতিপটত উজলি আছে।

অসমীয়া উপন্যাস সাহিত্যৰ যিকেইজন ঔপন্যাসিকে উপন্যাস সাহিত্যৰ প্ৰবল বন্যা নমাই আনিছিল সেইসকলৰ ভিতৰত শ্ৰীযুত হিতেশ ডেকাৰ স্থান আগশাৰীত। তেখেতৰ উপন্যাসসমূহে এসময়ত উপন্যাস পঠন-পাঠনত এক জোঁৱাৰ তুলিছিল। তেখেতৰ উপন্যাসসমূহৰ কাহিনী তথা নামকৰণে তদানীন্তন অসমৰ সমাজখনৰ একো একোটি উজ্জ্বল দিশ আৰু সমস্যা দাঙি ধৰাৰ উপৰি সেইবোৰৰ নিৰাকৰণৰ উপায় উদ্ভাৱন কৰাৰ নিৰ্দশনো

দাণ্ডি ধৰিছে। উপন্যাসকেইখনত তেখেতৰ জীৱন দৰ্শনৰ একো একোটি দিশ উদ্ভাৱিত হোৱা দেখিবলৈ পোৱা যায়। জাগ্ৰত দেশপ্ৰেম আৰু স্বজাতিপ্ৰীতিৰ নিদৰ্শনো দেখিবলৈ পোৱা যায়। তেখেতৰ ভাব -ভাষা আৰু কৰ্মতো তাৰ পূৰ্ণ পৰিস্ফুৰণ হোৱা দেখা যায়।

তেখেত এজন সু অভিনেতাও। আমাৰ শৈশৱ কালছোৱাত আমাৰ তামুলিচুপাত নৱজাগৰণ বংশীবাদন সেৱক পাৰ্টি নামৰ এটি যাত্ৰা পাৰ্টিৰ দল আছিল। তেখেত সেই সময়ত হাইস্কুলৰ ওপৰ শ্ৰেণীৰ ছাত্ৰ। তেখেতে ৰাতি উক্ত যাত্ৰা পাৰ্টিত অভিনয় প্ৰদৰ্শন কৰি আহি স্কুলীয়া শিক্ষা গ্ৰহণ কৰিছিল আৰু আনকি পৰীক্ষাৰ সময়ছোৱাতো ৰাতি অভিনয় কৰি পিছদিনা পৰীক্ষা দিয়া নজিৰো তেখেতৰ জীৱনত ঘটিছিল। তেখেতে বীৰত্ব ব্যঞ্জন চৰিত্ৰ ৰূপায়িত কৰি সুখ্যাতি অৰ্জন কৰিছিল। কৰুণ তথা বেদনাভিভূত চৰিত্ৰ ৰূপায়নতো সমানে দক্ষতা দেখুৱাব পাৰিছিল। তেখেতে ৰূপায়ন কৰা অসুৰ, দৈত্য, দানৱ চৰিত্ৰৰ হেন্দোলনিয়ে মাজে-সময়ে আমাৰ মানস পটত ভুমুকি মাৰে।

তেখেত এজন সদালাপী ব্যক্তি। বাগ্মিতা, স্পষ্টবাদিতা, সত্যবাদিতা, সমদৰ্শিতা, অনাড়ম্বৰতা, নিৰহঙ্কাৰিতা, নিভীকতা আদি তেখেতৰ চৰিত্ৰৰ ভূষণ। স্পষ্টবাদিতা আৰু নিভীকতা আৰু সত্যবাদিতাৰ কাৰণে বহু লোকৰে তেখেত অপ্ৰিয়ভাজনো।

তোষামোদপ্ৰিয় লোকক বেছি ভালপোৱা বিধৰ লোক আজিৰ সমাজত বেছি। লাগিলে ভিতৰি ভিতৰি তেওঁৰ বিৰুদ্ধে হুলকে চাঁচক। পাৰিবাৰিক জীৱন, সামাজিক জীৱনত এনে লোকৰ সংখ্যা অধিক কাৰণে আজিৰ পৰিয়াল আৰু সমাজ ছেদেলি ভেদেলি হৈছে। এনে কাৰ্যক তেখেতে কটুভাৱে সমালোচনা কৰে।

কথা আৰু কামৰ মাজত পানী নসৰকা সংগতি ৰক্ষা কৰি চলা বিধৰ লোক তেখেত। আজি আমাৰ দেশ বা জাতিৰ অবক্ষয় তথা সমাজ বিধ্বস্থতাৰ মূলীভূত কাৰণ হ'ল দেশৰ কৰ্ণধাৰ স্বৰূপ তথাকথিত ৰাজনীতিবিদসকল, তথাকথিত শিক্ষিত লোকসকল, যাৰ নিজস্ব বুলি একো নাইকিয়া যিসকলক সুবিধাবাদী ৰাজনীতিজ্ঞসকলে হাতৰ পুতলা কৰি তেওঁলোকৰ পৰা কাম আদায় কৰে। মুখাপিন্ধা সমাজকৰ্মী আৰু ধৰ্মৰ ধ্বজাবাহী ধাৰ্মিকসকলেও সমাজত কম বিশৃংখলতাৰ সৃষ্টি কৰা নাই। ফলত

পৰিয়াল, সমাজ দেশ আৰু জাতিৰ মাজত বিভেদৰ সৃষ্টি হৈছে। কোটিকলীয়া সামাজিক বান্ধোনৰ অৱলুপ্তি ঘটিছে, সাম্প্ৰদায়িক সমন্বয় আৰু ধৰ্মীয় বিদ্বেষৰ উদ্ভাৱন হৈছে। এই সকলোবোৰ সমাজ, জাতি আৰু দেশৰ বিশৃংখলতাৰ বাবে সেই স্বাৰ্থপৰ আৰু কূটাঘাতমূলক কাৰ্যত লিপ্ত লোকসকল। কিন্তু তাৰ পৰিণাম ভোগ কৰিব লাগিব সকলোৱে। নামত গণতন্ত্ৰ আৰু কামত একনায়কত্বৰ মনোবৃত্তি পোষণ কৰি শাসন আৰু শোষণ কৰা শাসক এই ক্ষেত্ৰত কম জগৰীয়া নহয়।

এনে অৱস্থাৰ পৰিৱৰ্তন সাধন কৰিবলৈ নৱ নিৰ্বাচিত সভাপতি শ্ৰীযুত ডেকাদেৱে বিভিন্ন মঞ্চেৰে (ৰাজনীতিৰ মঞ্চৰ বাহিৰে) চেষ্টা কৰি আহিছে।

অসম সাহিত্য সভা এক জাতীয় অৰাজনৈতিক অনুষ্ঠান। ভাষা, ধৰ্ম, বৰ্ণ নিৰ্বিশেষে এই অনুষ্ঠানত অংশগ্ৰহণ কৰিব পাৰে। ইয়াত কোনো ৰাজনীতি, বিভেদ নীতি, ধৰ্মনীতিৰ স্থান নাই। আছে মাথোন অসমবাসী ৰাইজক একত্ৰিত কৰি সৰ্বাংগীন উন্নতি সাধন কৰা। উপযুক্ত নেতৃত্ব দিব পাৰিলে অসমৰ সকলো প্ৰকাৰৰ সমস্যা সমাধান কৰিব পাৰিব বুলি বিশ্বাস।

শ্ৰীযুত হিতেশ ডেকাই সবল নেতৃত্বৰে অসমবাসীৰ সমস্যাসমূহৰ কিছু সমাধান কৰিব পাৰিব বুলি আমি আশা কৰিব পাৰো।

আমি তেখেতৰ দীৰ্ঘায়ু আৰু সু-স্বাস্থ্য কামনা কৰিলো।

# অনুজৰ দৃষ্টিত হিতেশ ডেকা

তীৰ্থলোচন তামুলী

তেখেতৰ ল'ৰালিৰ কথা মোৰ দুজনা খুড়া 'দাদামাজু' (শ্ৰীচিদানন্দ তামুলী) আৰু 'দাদাপিতিৰ' পৰা (শ্ৰীমহাত্মা তামুলী) জানিছিলোঁ। তেখেত এওঁলোকৰ সহপাঠী আছিল। আৰু বিশেষকৈ জানিছিলো মোৰ আই ৺সোণপাহী তামুলীৰ পৰা। আইৰ পৰা এই কাৰণে জানিছিলোঁ যে আইৰ সম্বন্ধীয় বায়েক এজনী তেখেতৰ সীমা ভাগি আছিল, আয়ে তেখেতক নিচেই ল'ৰালিৰ পৰা জানিছিল বায়েকৰ পৰা। তাৰ পিছত আমাৰ ঘৰৰ লগত খুড়াইঁতৰ যোগেদি তেখেতৰ ওচৰ সম্বন্ধ গঢ়িছিল। থোৰতে ক'বলৈ হ'লে আমাৰ ঘৰখন তেখেতৰ ভাতঘৰ যেন আছিল। আমিও তেখেত আন এজন নিজৰ খুড়া বুলিয়েই ভাবিছিলোঁ।

তেখেত ল'ৰালিৰ সময়ত বোলে বৰ ক্ষীণ আছিল। হাত-ভৰি ক্ষীণ আৰু চিচা আছিল। পেটটো ডাঙৰ আছিল।

এখেতৰ দেউতাক নিচেই সৰু কালতে স্বৰ্গগামী হয়। মাক ৺সুন্দৰীপ্ৰিয়া ডেকাই নানা কষ্টৰ মাজেৰে ইয়াৰ-তাৰ কতনা কাটি দুই পুত্ৰ আৰু একমাত্ৰ জীয়েকক ডাঙৰ-দীঘল কৰিব লগা হৈছিল। এখেত লাহে লাহে বিশ-পঁচিশ বছৰ বয়সীয়া ডেকা হৈ উঠিল। দেহটোও নোদোকা হ'ব ধৰিলে। বয়সৰ লগে লগে এখেতৰ স্বাস্থ্যৰ উন্নতি হৈ বেছ থূলন্তৰ হৈ উঠিল।

আমাৰ এষাৰ কথা আছে— 'শাকে পাতে ভক্ষণ, সি পুৰুষৰ লক্ষণ।' এখেতো শাকে-পাতে ভক্ষণ কৰা পুৰুষেই আছিল। খোৱাত এখেতৰ বাচ-বিচাৰ একো নাছিল। সোৱাদ হোৱা-নোহোৱাৰ একো প্ৰশ্ন নাই। কেৱল পেটটো ভৰিলেই হয়। তদুপৰি এখেতৰ ৰান্ধনিক উৎসাহ দি পেট পূৰাই খোৱা অভ্যাস আছিল। আঞ্জা সোৱাদ নহ'লেও ৰান্ধনিক প্ৰশংসা কৰা এখেতৰ স্বভাৱ আছিল। এখেতৰ মনত খোৱাৰ সময়ত কোনো ৰান্ধনিবে ব্যঞ্জন বেয়া নহয়। বৰং 'খুব ভাল হৈছে', 'বঢ়িয়া হৈছে' বুলি ৰান্ধনিক প্ৰশংসা কৰি তাৰাতাৰি খাই উঠাটোৱেই এখেতৰ স্বভাৱ।

এখেত কোনো কামতে পিছপৰা প্ৰকৃতিৰ পুৰুষ নাছিল। অসম সাহিত্য সভাৰ ৬১ তম সৰ্থেবাৰী অধিৱেশন অনুষ্ঠিত হ'ব, সেই ঠাই আজিৰ পৰা প্ৰায় ৩০/৩৫ বছৰৰ আগতে নল-খাগৰি-ইকৰা-টাঙা আদি বনেৰে ভৰা অটব্য হাবি আছিল। তাৰ আগতে তাত বাঘৰ চোঙো আছিল। এতিয়া সেই ঠাই মুকলি পথাৰ হৈ পৰি আছে। সেই হাবিৰ পৰা তেখেতে ইকৰা-নল-খাগৰি কাটি খৰি হিচাপে আনিছিল। তেতিয়া সৰ্থেবাৰীৰ ডেকা ল'ৰাবোৰে লগ হৈ খৰি কাটি অনাটো বেচ আমোদজনক আৰু আনন্দৰ কথা আছিল। এখেতেও লগ সমনীয়াৰ লগত সেই 'হিৰাবড়ী' ৰিজাৰ্ভৰ পৰা পুৱা-আবেলি খৰি কাটি আনি ঘৰত খৰিৰ যোগান ধৰি আহিছিল। তাৰ পৰা খৰি কাটি অনাটো তেখেতৰ কাৰণে ডাঙৰ কথা নহয়। তেখেতৰ প্ৰেৰণাটোহে বিশেষ কথা। তেখেতে যি প্ৰকাণ্ড খৰিৰ আতি মূৰত লৈ আহি যি তীব্ৰ গতিৰে দলদোপ-হেন্দোলদোপকৈ ঘৰলৈ আহে, তেখেতৰ আন সমনীয়াবোৰে তেনেকুৱা খৰিৰ আতি লৈ তেখেতৰ পিছে পিছে হেক্কাই-ফেফায়ো লগ ধৰিব নোৱাৰিছিল।

নদী-বিলত মাছ মৰাতো তেখেত পাকৈত আছিল। এডিঙি পানীলৈ নামি তেখেতে চালনিৰে মাছ মাৰিছিল। এখাৰা পানীতো তেখেতে ভৰি পল মাৰি মাছ ধৰিব পাৰিছিল। যি কুৰত ডাঙৰ মাছৰ ভয়ত মাছ মাৰিবলৈ আন সমনীয়া লোকে ভয় কৰে, তেনেকুৱা চৰি নাথ কুৰতো 'ভৰ-পৌলা' মাৰি তেখেতে ডাঙৰ বৰালী, শ'ল-চিতল মাছ ধৰা আমি দেখিছিলোঁ। মুঠৰ ওপৰত তেওঁ এজন বীৰ আছিল। কৰ্মবীৰ।

তেখেতে ফুটবলৰো এজন ভাল খেলুৱৈ আছিল। তেখেতে 'বেকট' খেলিছিল। তেখেতে যি দলত বল খেলে, সেই দল পৰাস্ত হোৱা আমি দেখা নাছিলোঁ।

কঁহাৰৰ 'ছলি' হ'লেও খেতিৰ কামতো তেখেত পাৰ্গত আছিল। খেতিৰ কামত তেখেতৰ বৰ নিচা আছিল। সৰ্থেবাৰীতো ককায়েকৰ সহযোগত খেতিৰ কাম চলাইছিল। আৰু জালুকবাৰী গাড়ীগাঁৱতো খেতি এৰা নাছিল। খেতিৰ লগতে তেখেতে ম'হৰ পাল পৰ্যন্ত কৰিছিল।

তেখেতৰ কাৰ্যত ব্যৱসায়িক মনটোও উদ্ভাসিত হৈছিল। তেখেতে টোতে খৰ মাৰি কলেজত পঢ়া সময়তে এঙাৰৰ ব্যৱসায়ো কৰিছিল।

তেখেত এজন ভাল অভিনেতাও আছিল। সৰ্থেবাৰীৰ তামুলীচুপাৰ

'নৱ-জাগৰণ বংশীবাদন সেৱক পাৰ্টি'ৰ তেখেত এজন প্ৰধান অভিনেতা আছিল। সেই যাত্ৰা পাৰ্টিৰ দ্বাৰা অভিনীত 'দুৰ্গমাসুৰ বধ' নাটকৰ দুৰ্গমাসুৰৰ চৰিত্ৰ ৰূপায়ণত তেখেত সিদ্ধহস্ত হৈছিল আৰু দৰ্শকৰ পৰা প্ৰশংসাৰ হাততালি পাইছিল। স্বৰ্গৰ ৰজা ইন্দ্ৰৰ লগত হোৱা দুৰ্গমাসুৰৰ যুদ্ধৰ দৃশ্যটো কি চমৎকাৰ, কি উপভোগ্য আছিল! এই যুদ্ধৰ দৃশ্যটোৰ কথা আজিও আমাৰ মনত আছে। দেৱৰাজ ইন্দ্ৰৰ ভাও লৈছিল শ্ৰীযুত মহাত্মা ৰাম তামুলীয়ে। দেখাত এখেত যেনে আচল ইন্দ্ৰ সদৃশ আছিল, তেখেতো ঠিক যেন দুৰ্গমাসুৰেই আি । ইন্দ্ৰ দুৰ্গমাসুৰৰ যুদ্ধৰ দৃশ্যই দৰ্শকক স্তম্ভিত কৰিছিল। আন আন সুদক্ষ অভিনেতাৰ ভিতৰত আছিল শ্ৰীচিদানন্দ তামুলী, ৺হলধৰ তামুলী, ৺চণ্ডীচৰণ তামুলী, ৺উপেন্দ্ৰনাথ তামুলী, শ্ৰী প্ৰাণকান্ত ডেকা, বি, এ,, ৺খগেন্দ্ৰনাথ তামুলী, ৺নন্দেশ্বৰ তামুলী, ৺কৰুণা তামুলী, ৺ঘনকান্ত তামুলী, শ্ৰীকবিচৰণ তামুলী (শিক্ষক), ৺অভয় পাটোৱাৰী, শ্ৰীহেমকান্ত ভূঞা, ৺হৰপতি তালুকদাৰ, শ্ৰীঅৰবিন্দ ডেকা, ৺অনন্ত ডেকা, ৺ৰজনী তামুলী, ৺প্ৰতাপ তামুলী, শ্ৰীদেৱানন্দ তালুকদাৰ, শ্ৰীহলধৰ তামুলী, শ্ৰীভূৱনেশ্বৰ দাস, ৺নীলকান্ত ডেকা আদি বহুতো। এই যাত্ৰা দলটোৰ আন এটি আকৰ্ষণ আছিল— 'নৱ-জাগৰণ বংশীবাদন সেৱক পাৰ্টি'ৰ কনচাৰ্ট পাৰ্টিটো। কনচাৰ্ট পাৰ্টিৰ কৰ্ণেট বাদক ৺গোকুল চৰকাৰে যুদ্ধৰ চেৱে চেৱে থিয় হৈ নাচি নাচি যি যুদ্ধৰ জাগৃত কনচাৰ্ট মাৰিছিল, সি আৰু আকৰ্ষণীয় আৰু উপভোগ্য আছিল। এই শতিকাৰ চল্লিছ-পঞ্চাছৰ দশকত এই যাত্ৰাদলটোৱে নলবাৰী, গোবেশ্বৰ, টংলা, ৰাঙাপাৰা আদি ঠাইত অভিনয় কৰি ঘূৰি ফুৰোঁতে যথেষ্ট প্ৰশংসা লাভ কৰিছিল। এই যাত্ৰাদলৰ অভিনেতাসকল তেওঁলোকে ৰূপায়ণ কৰা নাটকৰ চৰিত্ৰৰ লগত ঠগে-গঢ়ে এনে সুন্দৰ খাপ-খোৱা আছিল যে আজিও তেনে নাট্যদল আমি দেখা নাই। এই দলটোৰ ওস্তাদ আছিল ৺জলতি মোহন তামুলী আৰু মেনেজাৰ আছিল ৺ৰতিকান্ত তামুলী। নাটকৰ চৰিত্ৰ ৰূপায়ণৰ বাবে যিসকল ব্যক্তিক বছা হৈছিল, সঁচাকৈ সেই বাছনি নিখুঁত আছিল আৰু এই ক্ষেত্ৰত ওস্তাদ ৺জলতিমোহন তামুলীৰ কৃতিত্ব শলাগিবলগীয়া।

তেখেতে সৰ্থেবাৰী হাইস্কুলৰ পৰা ১৯৪৮ চনত মেট্ৰিক পাছ কৰে। ৺কোহিৰাম দাসে তেখেতক মেট্ৰিক কৰাত প্ৰায় আটাইকেইটি বিষয় শিকাই সহায় কৰে আৰু ১৯৫২ চনত নলবাৰী মহাবিদ্যালয়ৰ পৰা বি, এ,

পাছ কৰে। তেখেতৰ প্ৰথম প্ৰকাশিত গল্প সংকলন নলবাৰী মহাবিদ্যালয়ত আই এ পঢ়ি থাকোঁতে ১৯৪৮ চনত প্ৰকাশ হয়। এই কিতাপখন তেখেতে নিজে ছপাই সৰ্থেবাৰীৰ প্ৰায় সকলো বন্ধুকে পঢ়িবলৈ বিলাই দিছিল। এইখনেই আছিল মই পোৱা সৰ্থেবাৰীৰ লেখকে লেখা প্ৰথম ছপা পুথি।

সৰ্থেবাৰী হাইস্কুলত শিক্ষকতা কৰোঁতে তেখেতক আমি আমাৰ শিক্ষক হিচাপে লগ পাইছিলো। মই তেতিয়া সপ্তম শ্ৰেণীৰ ছাত্ৰ। আমাক তেখেতে অসমীয়া সাহিত্য বুজাইছিল। তেখেতৰ সাহিত্য বুজনি বেচ আমোদজনক আৰু জ্ঞানপুষ্ট আছিল। প্ৰকাশভংগী আছিল সাৱলীল। মাত আছিল স্পষ্ট। অধ্যাপনা প্ৰসংগত কোনো কথাকে ছাত্ৰৰ আগত প্ৰকাশ কৰিবলৈ তেখেতে সংকোচ নকৰিছিল। বুজাওঁতে সদায় মুখত এটি মিচিকিয়া হাঁহি বিৰিঙি উঠা দেখিছিলোঁ।

১৯৫২ চনৰ পৰাই তেখেত অসমীয়া সাহিত্যৰ এজন উদীয়মান ঔপন্যাসিক হিচাপে পৰিচিত হয়। মই তেতিয়া এম ই পাছ কৰোঁ। তেখেতৰ প্ৰথম উপন্যাস— 'আজিৰ মানুহ' আৰু তেখেতেই হৈছে এই 'আজিৰ মানুহ'ৰ ৰূপকাৰ— শ্ৰীহিতেশ ডেকা। আজিৰ মানুহ তেখেতৰ সাধনাৰ ফল। মৌনব্ৰতৰ ফল। আজিৰ মানুহ লেখা সময়ত তেখেতে ঘৰতেই থাকি 'অজ্ঞাতবাস' জীৱন যাপন কৰিছিল। যিকোনো বন্ধু-বান্ধৱ অথবা আন কোনো মানুহৰ লগত কথা-বতৰা হোৱাত তেখেতৰ লেখাৰ চিন্তাত ব্যাঘাত জন্মিব বুলি তেখেতে গোটেই দিনৰ ভাগত মৌনব্ৰত আচৰণ কৰি ঘৰৰ ভিতৰতেই কেৱল লেখা কামত নিজকে নিবিষ্ট কৰিছিল। তেখেতে তেতিয়া কেৱল গা-পা ধোৱা আৰু শৌচাচাৰ কৰা সময়তহে ঘৰৰ বাহিৰ ওলাইছিল; কিন্তু কোনো মানুহকে মাত-বোল নকৰিছিল। আল্পা নদীৰ পাৰলৈ অথবা গা-ধোৱা বা আন কামত বাহিৰলৈ ওলাই আহোঁতে তেখেতে খুব বেগাই খোজ কাঢ়ি গৈছিল আৰু তেনেকৈ উভতিও অহা আমি দেখিছিলোঁ। তামচাতেই হওঁক বা ব্ৰত ভঙাৰ উদ্দেশ্যেই হওঁক কোনো কোনোৱে তেনেকৈ অহা-যোৱা কৰোঁতে বাটত তেখেতক চিঞৰি চিঞৰি মাতিছিলোও; কিন্তু তেখেত নিজৰ ব্ৰতত অবিচল আছিল আৰু তেনেকুৱা চিঞৰৰ প্ৰতি তেখেতে কেৰেপ কৰা নাছিল। মৌনব্ৰতত থাকিলেও তেখেতৰ ঘৰলৈ কোনো মানুহ কিবা উদ্দেশ্যত গ'লে; তেনেকুৱা মানুহৰ লগত লেখন পদ্ধতিৰে পৰস্পৰে পৰস্পৰৰ ভাৱ বিনিময় কৰিছিল। 'আজিৰ

মানুহে'— শ্ৰীহিতেশ ডেকাকেই সম্ভাৱনাপূৰ্ণ লেখক হিচাপে স্বীকৃতি দিয়া নাছিল; ই এখন জন-সাহিত্য হিচাপেও স্থান লাভ কৰিছিল। 'আজিৰ মানুহ'ৰ কিছুমান সংলাপধৰ্মী কথা তেতিয়াৰ ডেকাচামৰ প্ৰায়বোৰৰ মুখে মুখে শুনা গৈছিল। আজিও ই যথেষ্ট জনপ্ৰিয়। এনেকুৱা জনসমাদৰ লাভ কৰা উপন্যাস তেখেতৰ পিছত আৰু কোনো ঔপন্যাসিকৰ পৰা ওলোৱা দেখা নাই। অৱশ্যে এখেতৰ আগৰ ঔপন্যাসিক ৺ৰজনীকান্ত বৰদলৈৰ উপন্যাস 'মিৰি জীয়ৰী' আৰু 'মনোমতী'য়েও বেচ জন সমাদৰ পোৱা দুখন উপন্যাস। ডেকাৰ 'আজিৰ মানুহ'ক প্ৰথম সংস্কৰণতে উদীয়মান ডেকা সাহিত্যিক শ্ৰীপ্ৰসন্ন কুমাৰ ডেকা, মেধাবী পণ্ডিত ৺কোহিৰাম দাস আৰু সমালোচনা সাহিত্যিক অধ্যক্ষ ৺ত্ৰৈলোক্য গোস্বামীৰ অলংকৰণ লেখনিয়ে সোণতে সুৱগা চৰাইছিল।

শ্ৰীহিতেশ ডেকাৰ আন এখন বিখ্যাত উপন্যাস হৈছে 'মাটি কাৰ?'। মাটি কাৰ প্ৰকাশত পশ্চিমবংগই চক্ খাইছিল। এই উপন্যাসখন গৰ্ভস্থ হৈছিল নাটক ৰূপত; কিন্তু ভূমিস্থ হ'ল উপন্যাসৰূপে। তথাপি অসমীয়া সাহিত্যৰ ইয়ো এখন তোলপাৰ লগোৱা উপন্যাস বুলিয়েই ক'ব লাগিব। এইখন লেখাৰ সময়তো শ্ৰীডেকাই মৌনব্ৰত অৱলম্বন কৰিছিল। তেখেতৰ 'আচল মানুহ'খনো এখন দিক্‌দৰ্শী উপন্যাস।

ঔপন্যাসিক শ্ৰীহিতেশ ডেকাৰ ভাষাৰো এটি বিশেষত্ব আছে। তেওঁৰ প্ৰকাশভংগী স্পষ্ট আৰু সাৱলীল, সহজ-সৰল অথচ যুক্তিনিষ্ঠ আৰু ভাৱব্যঞ্জক। ব্যংগাত্মক অনুভূতিও তেখেতৰ ভাষাত বিৰাজমান। ৺কোহিৰাম দাস আৰু ৺স্বৰ্গীয় হলিৰাম ডেকাদেৱে যেনেকৈ সৰ্থেবৰীয়া কথিত ভাষাটোক সময় সাপেক্ষ একোটি ঠাঁচেৰে লিখিত ৰূপ দি সাহিত্যিক ভাষালৈ উত্তৰণ ঘটাইছে, শ্ৰীহিতেশ ডেকাদেৱেও তেখেতৰ জন্মভূমিৰ ভাষা, সৰ্থেবৰীয়া ভাষাৰেই গল্প-উপন্যাস লেখাত প্ৰথম প্ৰয়াস কৰিছিল আৰু সিয়েই অসমীয়া ৰাইজৰ হৃদয় গ্ৰাহ্য ভাষা 'ৰাইজৰ ভাষা' হিচাপে স্থান পাইছে। তদুপৰি 'আধুনিক জতুৱা ঠাঁচ' সৃষ্টি তেখেতৰ ভাষাৰ আন এটি বিশেষ বৈশিষ্ট্য, যিটো ঠাঁচ অথবা ভংগিমা হিতেশ ডেকাৰ আগতে কোনো লেখক অথবা সাহিত্যিকৰ ৰচনাত দেখা নাযায়। এনেকুৱা বৈশিষ্ট্যৰ নিদৰ্শন তেখেতৰ উপন্যাসৰ পাতে পাতে পোৱা যায়।

সৰ্থেবাৰীৰ সামাজিক কামতো তেখেত বিশেষভাৱে জড়িত। সৰ্থেবাৰীৰ

সভা, সৰ্থেবাৰী ছাত্ৰ সম্মিলন, সৰ্থেবাৰী পৰিচালক সমিতিৰ লগত বিশেষভাৱে জড়িত আছিল। তেখেত এবাৰ সৰ্থেবাৰী পৰিচালক সমিতিৰ সম্পাদক হিচাপেও সৰ্থেবাৰীৰ সমাজসেৱাৰ দায়িত্ব নিষ্ঠাৰে পালন কৰিছিল।

হিতেশ ডেকা স্বাধীন ৰাষ্ট্ৰ এখনৰ সঁচা স্বাধীন ব্যক্তি। তেখেত কোনো দিন কাৰো ওচৰত হাত পাতি খোৱা লোক নাছিল। সম্পূৰ্ণ খাতি খোৱা লোক। আনৰ দ্বাৰা কৰাব লগা সৰু-সুৰা কামো তেখেতে আজিও নিজেই কৰে। তেখেতে আনক পাচি কৰিব লগা কামটি পচা সময়খিনিৰ ভিতৰত তেখেতে নিজেই কৰি পেলায়। যিকোনো কাম কৰাৰ ক্ষেত্ৰত তেখেতে ব্যক্তিত্বৰ মান-অপমানৰ কথা কোনো দিন ভবা নাই। তেনেকৈ তেখেতৰ জীৱন-যাপনৰ ব্যৱস্থা অথবা জীৱন-ধাৰণ পৰিবেশ তেখেতৰ মানবিশিষ্ট ব্যক্তিত্বৰ সাপেক্ষ নহয়; অৰ্থাৎ তেখেত অসম সাহিত্য সভাৰ সভাপতি হিচাপে বিশেষ মান-মৰ্যাদাবিশিষ্ট পৰিৱেশত থকা ব্যক্তি নহয়, তেখেত দেশৰ সৰ্বসাধাৰণৰ ভিতৰৰেই এজন হিতেশ ডেকা হিচাপে সাধাৰণ পৰিবেশত জীৱন-যাপন কৰা ব্যক্তি-সাহিত্যিক অসম সাহিত্য সভাৰ আগন্তুক সৰ্থেবাৰী অধিৱেশনৰ সভাপতি। সৰু-ডাঙৰ, সাধাৰণ-অসাধাৰণ সকলোৰে লগত সম ব্যৱহাৰ হিতেশ ডেকাৰ এক চাৰিত্ৰিক বৈশিষ্ট্য।

হিতেশ ডেকাৰ শাৰীৰিক গঠন, ঠগ-গঢ়ৰ লগত তেখেতৰ মনৰ তুলনা নহয়। তেখেতৰ চৌখিন মনৰ পৰিচয় তেখেতৰ ৰচনাৰাজিতেই বিৰাজমান। তেখেতৰ উপন্যাস পঢ়া পাঠকে হিতেশ ডেকাক নেদেখাকৈ, তেখেত ছুক্ৰেটিছৰ নিচিনা যে আপচু, তাক কোনোপধ্যে ভাবিব নোৱাৰে। বহল কপাল, ভোটা নাক আৰু সৰু চকুৰে হিতেশ ডেকা এক বিশেষ ঠগ-গঢ়বিশিষ্ট ব্যক্তি। সদৃশ ঠগ-গঢ়, স্বাস্থ্য আৰু ৰূপৰ মানুহ কেতিয়াবা দেখা যায়; কিন্তু হিতেশ ডেকাৰ নিচিনা দ্বিতীয় এজন মানুহ ঠগে-গঢ়ে-ৰূপে-চেহেৰাই সদৃশ আজিলৈ আমি দেখিবলৈ পোৱা নাই। তেখেতৰ সৰু চকু যুৰি যেন প্ৰখৰ বুদ্ধিমত্তা আৰু দূৰদৰ্শিতাৰ প্ৰতীক।

হিতেশ ডেকা আমাৰ সমাজত প্ৰায় সকলোৰে মানুহৰে সকৰে পৰা প্ৰিয়ভাজন। তেখেত সৰ্থেবাৰীৰ আদৰৰ-মৰমৰ ব্যক্তি। আদৰৰ বা মৰমৰ ব্যক্তি হিচাপে তেখেত, সৰ্থেবাৰীৰ তেখেতক ডাঙৰসকলৰ মনত 'হিতো' আৰু সৰু অথবা কনিষ্ঠসকলৰ বাবে 'হিতো কা' অথবা 'হিতো দা'।

এখেত অসম সাহিত্য সভাৰ ৬১ তম সৰ্থেবাৰী অধিৱেশনৰ সভাপতি

নিৰ্বাচিত হোৱাত আমি গৌৰৱবোধ কৰিছোঁ। আমি আনন্দ লাভ কৰিছোঁ। আমি উলাহ-উদ্দীপনাৰে তেখেতক অভিনন্দন জনাইছোঁ। জয়তু শ্ৰীহিতেশ ডেকাদেৱ।

# সদায় দেখি অহা মানুহজন

লীলাধৰ হাজৰিকা

সৰুৰে পৰা কবিতা লিখাত মোৰ বৰ ৰাপ আছিল। সেইসূত্ৰে কবি-সাহিত্যিকৰ সান্নিধ্য লাভ কৰিবলৈ মনত প্ৰবল ইচ্ছা পুহি ৰাখিছিলো। সৌভাগ্যক্ৰমে মই সোণাৰাম স্কুলত (গুৱাহাটীৰ) পঢ়ি থাকোঁতে জালুকবাৰী হাইস্কুলৰ (বৰ্তমান হায়াৰ চেকেণ্ডাৰী) উমেশ ডেকা নামৰ ল'ৰা এজনৰ লগত বন্ধুত্ব গঢ়ি উঠিল। সেই বন্ধুজন আছিল বিশিষ্ট ঔপন্যাসিক, আগন্তুক সৰ্থেবাৰী অধিৱেশনৰ অসম সাহিত্য সভাৰ নৱনিৰ্বাচিত সভাপতি হিতেশ ডেকাৰ বৰপুত্ৰ। সেই সময়ৰে পৰা হিতেশ ডেকা ছাৰক এজন আদৰ্শ পিতৃতুল্য ব্যক্তি তথা সাহিত্যিক হিচাপে পাই আহিছো। সদায় দেখি অহা মানুহজনৰ সান্নিধ্যলৈ আহি তেখেতৰ সৰহভাগ গ্ৰন্থই পঢ়াৰ সুযোগ লাভ কৰিছো।

হিতেশ ডেকা ছাৰ আমি থকা অঞ্চলটোৰ জালুকবাৰী, সুন্দৰবৰী, পদুমবৰী, গোটানগৰ, তেতেলীয়া বৰাগাঁও, গড়চুক, কতাহবাৰী, মইনা খোৰোং প্ৰায়ভাগ লোকৰে চিনাকি মানুহ। এই অঞ্চলৰ সাহিত্য-সংস্কৃতিৰ লগত ডেকা ছাৰৰ সম্পৰ্ক অতি নিবিড়। জালুকবাৰী সাহিত্য সভা, বিশ্ববিদ্যালয়ৰ ৰূপালীম সাহিত্য সভা, প্ৰাগজ্যোতিষপুৰ সাহিত্য সভা, দক্ষিণ-পশ্চিম গুৱাহাটী সাহিত্য সভা, মালিগাঁও সাহিত্য সভা আদি সৰহভাগ অনুষ্ঠানতেই ডেকা ছাৰৰ উপস্থিতি নিয়মীয়া। আমাৰ সকলোবোৰ সাহিত্য কৰ্মৰ লগত ডেকা ছাৰ নিবিড়ভাৱে জড়িত। তেখেতৰ পিন্ধন-উৰণ তেনেই সাধাৰণ। হৃষ্ট-পুষ্ট মানুহজন, ধুতি-পাঞ্জাবী পৰিধান কৰা বেচ কথা চহকী মানুহ। এই অঞ্চলৰ সভা-সমিতিত ডেকা ছাৰৰ বক্তৃতা শুনিবলৈ দলে বলে আহি সভাথলীত উপস্থিত হয়হি জনতা। ছাৰৰ মুখত কথা ওলালে শুনি থাকিবৰ মন যায়। বক্তৃতাৰ বাবেই ডেকা ছাৰ বিখ্যাত। পঞ্চাশৰ দশকতেই ঔপন্যাসিক হিচাপে জনপ্ৰিয়তা অৰ্জন কৰা ডেকা ছাৰৰ কিতাপবোৰ সৰ্বসাধাৰণ ৰাইজৰ বৰ প্ৰিয়। ডেকা ছাৰক দেখিলে দূৰৈৰ পৰাই নমস্কাৰ দিয়ে। ঔপন্যাসিক হিচাপে জনপ্ৰিয়তাৰ উপৰি এজন সৰবৰহী শিক্ষক

হিচাপেও ছাৰৰ এটা সুকীয়া পৰিচয় আছে। এই অঞ্চলৰ সৰহভাগ পুৰণি ছাত্ৰ-ছাত্ৰীয়ে গুৱাহাটীৰ সোণাৰাম আৰু জালুকবাৰী স্কুলত হাইস্কুলীয়া জীৱন আৰম্ভ কৰিছিল। সেইবাবে পুৰণি ভালেমান ছাত্ৰ-ছাত্ৰীয়ে আজিও ডেকা ছাৰৰ নাম শুনিলেই সেইখন সভাত উপস্থিত হয়গৈ। ডেকা ছাৰৰ উপন্যাসসমূহত লগ পোৱা চৰিত্ৰবোৰৰ সংঘাত; তেখেতৰ ব্যক্তিগত জীৱনৰ সংঘাতৰ লগতো ভালেখিনি মিল আছে। সেইবাবে কিতাপৰ আঁৰৰ মানুহজন আৰু সঁচা মানুহজন যেন আচল মানুহ।

হিতেশ ডেকা ছাৰ সহজ-সৰল মানুহ। ছাৰে কিন্তু মাজে মাজে মানুহক ইঁহৰাই ভাল পায়। আমাৰ ওচৰৰ তেতেলিয়াত ডেকা ছাৰৰ এডৰা খেতি মাটি আছে। ডেকা ছাৰৰ মাটিৰ লগতে আমাৰো মাটি। বহু বছৰ আগেয়ে ছাৰে মাটি ডৰাত এটা পুখুৰী খান্দিছিল। পিছত পুখুৰীটো আধা খন্দাকৈয়ে ৰ'ল। ওৰে বছৰে পুখুৰীটো পানীৰে উপচি থাকে। ছাৰক আমি স্ফুৰ্তিতে সুধিছিলো— 'পুখুৰীটো দেখোন আৰু নাখান্দিলে'? এইখিনি খান্দি আপোনাৰ কি লাভ হ'ল'? তেখেতে ৰগৰ কৰি আমাক কৈছিল— কিয়, চ'ত মাহত গৰুৱে পানী খোৱাৰ কাৰণেওতো ঠাই লাগে। মোৰ একো কামত নাহিলেও গৰুৱে পানী খাব পাৰিছে। কথাটো দ'কৈ ভাবি চালো, হয়তো গৰু-ছাগলীৰ পানী খোৱাৰ খাল-বিল ডোঙা আদিও নোহোৱা হৈ গ'ল। এতিয়া সঁচাকৈয়ে পুখুৰীটোত গৰু-ছাগলীয়ে পানী খায়। স্থানীয় গৰখীয়াই সেই ঠাইখিনিক 'হিতেশ ডেকাৰ পুখুৰী' নামেৰে নামাংকিত কৰিছে। এই সাধাৰণ কথাষাৰতেই ছাৰৰ সৰলতা প্ৰকাশ পাইছে।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ গাতে লাগি থকা গাড়ীগাঁৱৰ বেজপাৰাত হিতেশ ডেকা ছাৰে স্থায়ীভাৱে থাকিবলৈ লোৱাৰ ৩৩ বছৰ হ'ল। এই অঞ্চলৰ যিকোনো সমস্যাৰ লগত ছাৰ ওতঃপ্ৰোতভাৱে জড়িত। ছাৰে সকলোকে বিশ্বাস কৰে। ঘৰবন্ধা কামৰ সকলো ভাৰ মিস্ত্ৰি বা যোগালীৰ হাতত বিনাদ্বিধাই অৰ্পণ কৰে। এনে কাৰণত বেছি ভাগ মানুহেই ছাৰক ভাল পায়। ছাৰৰ মতে মানুহে সদায় মানুহক ঠগাই চলি থাকিব নোৱাৰে। এদিন ঠগিব, দুদিন ঠগিব তাৰ পিছত তাৰ নিজৰেই ভাত মৰিব। এই সংক্ৰান্তত দুই-এজনে ছাৰক ফাকি দি টকা-পইচাও সৰকাইছে।

ছাৰৰ ধৰ্মত বৰ বিশ্বাস নাই। আমি সদায় দেখি অহা ছাৰৰ দৃষ্টিত জাত-পাত নাই। কিছুমান মানুহ আছে জাত-পাতক লৈ বৰকৈ লাগি

থাকে। তেখেতৰ কটাহবাৰীত থকা খেতি মাটি ডৰাত এটি মুছলমান পৰিয়ালক বহু দিনৰে পৰাই থাকিবলৈ দিয়া কথাটো উল্লেখযোগ্য। তেখেতৰ ৰবপুত্ৰ ডঃ উমেশ ডেকাৰ লগত আমি বহুদিন সেই পৰিয়ালটোৰ ঘৰত গাখীৰ আৰু কণী খোৱা মনত আছে।

এই অঞ্চলৰ সৰহভাগেই কয়, 'হিতেশ ডেকা কৰ্মী মানুহ।' কাম নকৰিলে ছাৰৰ হাত কেইখনে হেনো কুটকুটাই থাকে। ঘৰত অথবা তেখেতৰ ৰবপুত্ৰৰ বিশ্ববিদ্যালয়ৰ বাসগৃহত তেখেতে সময় পালেই মাটি চহা আদি কাম কৰে। তেতিয়া উপন্যাসত লগ পোৱা চৰিত্ৰবোৰৰ কৰ্ম পটুতা কথাটোৰ যেন প্ৰমাণ হৈ যায়— এনে ভাব হয়। খেতি-বাতি কৰাত ছাৰৰ বৰ চখ। খেতিৰ লগতে মাছ মৰা আদি কামতো ছাৰ বৰ পাকৈত। তেখেতৰ ঘৰতে থকা পুখৰীটোৰ পৰা মাছ মাৰি আনি আমাক খুওৱা বহুদিন মনত আছে।

হিতেশ ডেকা ছাৰে খোজকাঢ়ি ভাল পায়। ৩৭ নং ৰাষ্ট্ৰীয় ঘাই পথেৰে পদুমবৰী, গোটানগৰ অথবা তেতেলীয়ালৈ প্ৰায়েই খোজকাঢ়ি যায়। ছাৰৰ ভাষাত— 'খোজকাঢ়িলে স্বাস্থ্য ভালে থাকে।' সেইবাবেই ছাগৈ ঈশ্বৰৰ কৃপাত ছাৰৰ স্বাস্থ্য-পাতি বৰ্তমানেও ভালে আছে।

হিতেশ ডেকা ছাৰ তথাকথিত কিছুমানৰ দৰে চৌখিন নহয়। চৌখিন নোহোৱা বাবেই বিশ্ববিদ্যালয়ৰ বাছত এদিন ছাৰৰ বৰ বিপদো হৈছিল। ছাৰ দেখাত ধুনীয়া নহয়। গাৰ ৰং অলপ ক'লা। বিশ্ববিদ্যালয়ত নতুনকৈ ভৰ্তি হোৱা ছাত্ৰ এজনে বিশ্ববিদ্যালয়ৰ বাছত ওচৰৰ গাঁৱৰ কোনোবা হোজা খেতিয়ক বুলি ভাবি বাছত বহি থকা আসনৰ পৰা ছাৰক উঠাই দিছিল। ছাৰে ছাত্ৰজনৰ মতি-গতি বুজি পাইছিল। বাছৰ আসনখন এৰি দি ৰগৰ কৰি ছাত্ৰজনক কৈছিল— 'ছিটটো আছে— পিছে চুটটোহে নাই।' অৰ্থাৎ তেখেতক হিতেশ ডেকা বুলি জানিলে আসনখন হয়তো এৰি দিব, কিন্তু চুট-পেণ্টজোৰ নথকা বাবেই তেখেত উঠিবলগীয়া হ'ল। পিছত কোনোবা ছাত্ৰ এজনে এই ঘটনাটো দেখি নতুন ছাত্ৰজনক ধমকি দিছিল। নতুনকৈ অহা ছাত্ৰজনে এই কথাত বৰ লাজ পাইছিল।

সহানুভূতি আৰু সমবেদনা ছাৰৰ প্ৰচুৰ। ওচৰ-চুবুৰীয়া আনকি তেখেতৰ একো সম্পৰ্ক নথকা মানুহৰ প্ৰতিও তেখেতৰ সমবেদনা অভূতপূৰ্ব। যোৱা বছৰ মোৰ ভিনদেউ ঢুকুৱাৰ সময়ত ছাৰে নিজে গৈ খবৰ কৰি কৈছিল—

'মোৰ এজন ভাল বন্ধু ঢুকাল।' আচলতে মোৰ ভিনদেউজনে ছাৰৰ মাটিত খেতি কৰিছিল। তেনেকৈয়ে ছাৰৰ লগত ভিনদেউৰ অন্তৰংগতা। ছাৰৰ এনে সহানুভূতি আৰু সমবেদনাত আমি অভিভূত হৈ পৰিছিলো।

মানুহক এখন বহল অন্তৰ লাগে। আনৰ বাবে নিজক বিলাই দিব পাৰিলে মানৱীয়তা বাঢ়ে। হিতেশ ডেকা ছাৰৰ বাৰীত লাউ-জিকা ভোল, শাক-পাচলি থাকিলে প্ৰায়েই আমাক নিবলৈ ছাৰে জোৰ কৰে। ছাৰৰ মতে— নিজে কৰা শাক-পাচলি আদি বিক্ৰী কৰি দুই-এক পইচা পোৱাৰ আনন্দতকৈ মনৰ মানুহক তৃপ্তিৰে খুৱাই বেছি ভাল লাগে।... কথাষাৰ আমি বাৰুকৈয়ে উপলব্ধি কৰিলোঁ।

মই ছাৰৰ প্ৰত্যক্ষ ছাত্ৰ নহয়। তথাপিও ছাৰে শ্ৰেণীত পঢ়ুৱাৰ কাহিনীবোৰ আন আন ছাত্ৰৰ পৰা শুনি বৰ আমেজ লাগে। ছাৰে শ্ৰেণীত হেনো বৰকৈ হুহুৱায়। অসমীয়া আৰু বুৰঞ্জীৰ শ্ৰেণীত ছাৰে বিভিন্ন উদাহৰণেৰে কথাবোৰ ছাত্ৰ-ছাত্ৰীক বুজাই দিয়ে। আনকি ছাৰে ছাত্ৰ-ছাত্ৰী উভয়ৰে সমুখত কিছুমান কথা (তথাকথিত কিছুমানে অশ্লীল বুলি ভবা) খোলা-খুলিকৈয়ে কয়। লুক-ঢাক নোহোৱাকৈ কথাবোৰ কয় বাবেই ছাৰক আটায়ে ভাল পায়।

হিতেশ ডেকা ছাৰৰ দৃষ্টিত জাতিভেদ নাই। আমি নিজেই অনুসূচিত জাতিৰ লোক। তথাকথিত কিছুমানৰ দৰে ছাৰৰ গোড়ামি নাই। আমি জানিবলৈ পোৱা মতে অলপতে এজন অনুসূচিত জাতিৰ যুৱকৰ লগত তেখেতৰ কন্যা এটি বিয়া দিয়াৰো কথা-বতৰা হৈছিল। তেখেতৰ মতে জাতিটো আমি মানুহে গঢ়ি তোলা এটা ৰীতি। মানুহে প্ৰয়োজন সাপেক্ষে ৰীতি সলনি কৰি ল'ব পাৰে।

হিতেশ ডেকা ছাৰ জাতীয়তাবাদী মানুহ। যোৱা অসম আন্দোলনৰ বিভিন্ন সভা-সমিতিত দিয়া বক্তৃতাত তেখেতৰ মুখেৰে জাতীয়তাবাদী মনোভাৱাপন্ন যি উক্তি প্ৰকাশিত হৈছিল— সেই কথাৰ পৰা এই প্ৰমাণ পাব পাৰি। সেই সময়ত প্ৰকাশিত অগ্ৰদূত, নীলাচল আদি কাকতত লিখা জাতীয়তাবাদী প্ৰবন্ধবোৰে ছাৰৰ মনোভাৱৰ কথাবোৰ স্পষ্ট কৰি দিছিল। ১৯৭২ চনৰ মাধ্যম আন্দোলন, ১৯৭৪ চনৰ খাদ্য আন্দোলন আৰু ১৯৭৯ চনৰে পৰা চলা বিদেশী বহিষ্কৰণ আন্দোলনতো ছাৰে দৃঢ়তাৰে বিভিন্ন দিশৰ কথা ফঁহিয়াই দেখুৱাইছিল। যোৱা ১৯৮৯-৯০

চনত দীপৰ বিলৰ চৰাই-চিৰিকতি বচাবলৈ গৈ পদুমবৰী, গোটানগৰ, তেতেলীয়া আদি গাঁৱৰ ওপৰেদি কামাখ্যা-যোগীঘোপা ব্ৰডগজ ৰেলপথটো নিৰ্মাণৰ বাবে তথাকথিত এচাম পৰিবেশ বিজ্ঞানীয়ে অপচেষ্টা চলাইছিল। এই সন্দৰ্ভত এই অঞ্চলৰ জনসাধাৰণৰ লগতে ডেকা ছাৰেও তীব্ৰ বিৰোধিতা কৰিছিল। ৰেলপথটো স্থানান্তৰৰ সপক্ষে গঢ় লৈ উঠা সংগ্ৰাম সমিতিৰ তেখেত অন্যতম সদস্য আছিল।

এই অঞ্চলৰ যিকোনো কামতেই ছাৰৰ এটা সদ ইচ্ছা আছে। আজি কিছুদিনৰ পৰা এই অঞ্চলত নিৰ্মাণৰত স্থায়ী মঞ্চকেইখনৰ কাম পূৰ্ণ গতিত চলাই যাবলৈ ছাৰে সদায়েই সদ্ উপদেশ দি আহিছে। বিভিন্ন সভা-সমিতিত বিশেষকৈ সাহিত্য সভা, আলোচনাচক্ৰ আদিত ছাৰক আমি লগ পাওঁ। ছাৰে সদায় সকলোকে ইতিবাচক সঁহাৰি দিয়ে। যিকোনো কামৰেই ইতিবাচক দিশটোৰ প্ৰতি ছাৰৰ গুৰুত্ব বেছি। আমাক লগ পালেই আমি কৰি থকা গৱেষণাৰ কাম কিমান আগবাঢ়িছে সেই কথাৰ বুজ লয়। বিভিন্ন সাহিত্য-আলোচনাচক্ৰত লোক সংস্কৃতি সম্পৰ্কীয় প্ৰবন্ধ-পাতিবোৰ পাঠ কৰিলে ছাৰে বৰ মনোযোগেৰে শুনে। শুনি উঠি সেইবোৰৰ ভুল-ক্ৰটিবোৰ দেখুৱাই দিয়ে। প্ৰায়েই সেই প্ৰবন্ধবোৰ পাঠ কৰিবলৈ দিয়া ছাৰৰ উপদেশক আমি আন্তৰিকতাৰে মানি চলো। ১৯৯৩ চনৰ মাজভাগত কামৰূপ সাহিত্য পৰিষদ আৰু দক্ষিণ পশ্চিম গুৱাহাটী সাহিত্য সভাৰ যুটীয়া উদ্যোগত আয়োজিত বুৰঞ্জী সন্মিলনত অংশগ্ৰহণকাৰী হিচাপে দিয়া লিখিত বক্তব্যক ছাৰে ভূয়সী প্ৰশংসা কৰিছিল। বিভিন্ন সভা-সমিতিত দিয়া বক্তৃতাবোৰৰো যে মূল্য আছে সেই কথা ছাৰে অতি আনন্দেৰে প্ৰকাশ কৰে। নতুনৰ প্ৰতি ছাৰৰ দৃষ্টি অতি শুভ। তেখেতৰ মতে নতুন পুৰুষে আমাক বহুত শিকালে, ঠিক যেনেকৈ প্ৰবীণসকলৰ পৰা আমিও বহুত শিকিছিলো। নতুন পুৰুষৰ প্ৰতি ছাৰৰ দৃষ্টি সদায়েই উৎসাহজনক। তেখেতৰ মতে নবীন-প্ৰবীণৰ মিলনেহে সাহিত্যক যুগজয়ী কৰিব পাৰিব।

হিতেশ ডেকা ছাৰ হেজাৰ দুখতো ভাগি নপৰা মানুহ। ১৯৮৪ চনৰ জানুৱাৰী মাহত তেখেতৰ প্ৰথমা কন্যা বিভাৰ মৃত্যুৰ দিনা তেখেত ঘৰত নাছিল। বৰপেটাৰ মাধৱ চৌধুৰী কলেজৰ সভা এখনলৈ গৈছিল। গুৰে নিশা আমি মৃতা বিভাৰ ওচৰতে আছিলো। পুৱতি নিশা তেখেত আহি পাই প্ৰথমা কন্যাৰ মৃত্যুৰ বাতৰি শুনি মৰ্মাহত হৈ পৰিছিল। কিন্তু পৰিয়ালৰ

আনসকলক তেখেতে সান্ত্বনাৰ সুৰত কৈছিল— 'তাই আমাৰ কাল আছিল, সেইবাবেই গুছি গ'ল।' সেইদিনা অনুভৱ কৰিছিলো মানুহৰ ধৈৰ্যৰ বাবে দৰকাৰ অদম্য সাহসৰ। ছাৰৰ সাহস আছিল। যিকোনো লোকৰ মৃত্যুৰ বাতৰি শুনিলেই আহি ছাৰে খবৰ লয়। আমাৰ পিতৃ-মাতৃৰ বিয়োগতেই নহয় এই অঞ্চলৰ যিকোনো লোকৰ মৃত্যু হ'লেই ছাৰে আহি সান্ত্বনা দিয়েহি। আনকি এতিয়াও ছাৰে লগ পালেই মোৰ দাদাহঁত ভালে আছেনে..., পৰিয়ালৰ ভাল নে আদি শুভাশুভ বতৰা লয়।

বিদেশী বিতাৰণ আন্দোলনৰ সময়ত স্বাৱলম্বিতাৰ প্ৰতি ছাৰে নৈতিক সমৰ্থন জনাইছিল। জালুকবাৰীৰ পুলিচ চকীৰ পিছফালে নতুনকৈ পাতিবলৈ লোৱা প্ৰস্তাৱিত বজাৰখন সম্পৰ্কীয় কথা-বতৰাত ছাৰৰ দৃষ্টিভংগী আছিল শক্তিশালী।

আমি বেছিভাগেই সমন্বয়ৰ কথাটো মুখেৰেহে কওঁ। আমি এম এ পঢ়ি থকা সময়তেই মোৰ একান্ত মিচিং বন্ধু এজনৰ লগত মোৰ এগৰাকী সহপাঠিনী— ব্ৰাহ্মণ সম্প্ৰদায়ৰ বান্ধৱীৰ বিয়া হৈছিল কামাখ্যা ধামত। জাতিভেদৰ এনে বাধাৰ প্ৰাচীৰখন ভাঙি দি এক নতুন দৃষ্টিভংগী গ্ৰহণ কৰা বাবে বন্ধু-বান্ধৱীগৰাকীক ছাৰে হিয়া উবুৰিয়াই আশীৰ্বাদ দিছিল। সমন্বয়ৰ প্ৰতীক এই বন্ধু-বান্ধৱীৰ ঘৰৰ লগত ছাৰৰ সম্পৰ্ক সুদৃঢ় হৈ উঠে। বিয়াৰ পিছত কন্যাৰ অভিভাৱকৰ হৈ ডেকা ছাৰ ধেমাজি জিলাৰ চিলাপথাৰলৈ গৈছিল। পাহাৰ আৰু ভৈয়ামৰ কৌটিকলীয়া জাত-পাতৰ বেৰখন ভাঙি দি পৰিয়াল দুটাক একত্ৰিত কৰাত ডেকাছাৰৰ গুৰুত্ব অপৰিসীম। সেয়া আছিল আমি লগ পোৱা ডেকা ছাৰৰ উদাৰতা...।

১৯৮০ চনত জনচেতনা নামৰ আলোচনী এখন আমি সম্পাদনা কৰিছিলো। আলোচনীখনৰ প্ৰস্তাৱনা সংখ্যাটোৰ বাবে ছাৰৰ লগত আলোচনাও কৰিছিলো। ছাৰে সদ্ উপদেশ দিছিল। ছাৰক আলোচনীখনত নিয়মীয়াকৈ লিখিবলৈ অনুৰোধ কৰিছিলো যদিও তেখেতৰ বৰপুত্ৰ ডঃ উমেশ ডেকাই 'যুৱ-চেতনা' শিতানটোত লিখি থকা বাবে তেখেতে লিখা নাছিল যদিও আলোচনীখনৰ বাবে সদায়েই সদ্ উপদেশ দি আছিল।

হিতেশ ডেকা ছাৰে সাম্প্ৰদায়িকতাক ঘিন কৰিছিল। অযোধ্যাৰ ৰাম-মন্দিৰ আৰু বাবৰি মছজিদৰ প্ৰতিক্ৰিয়াৰ বাবে যাতে এই অঞ্চলটোত কোনো হাংগামা নহয়— তাৰ প্ৰতি সচেতন আছিল। বিভিন্ন বুদ্ধিজীৱী আৰু

শিক্ষাবিদৰ দ্বাৰা মিলিত হৈ গাড়ীগাঁও মুক্তাৱত হোৱা ভাগেকেইখন সভাত ছাৰে দৃঢ় পদক্ষেপ লৈছিল।

জালুকবাৰী সাহিত্য সভাৰ ডেকা ছাৰ আছিল প্ৰতিষ্ঠাপক সভাপতি। জালুকবাৰী সাহিত্য সভাৰ প্ৰথম মুখপাত্ৰ 'শৰাইঘাট'খন ১৯৮৭ চনত পোনপ্ৰথমবাৰৰ বাবে প্ৰকাশ পাইছিল। প্ৰথম সংখ্যা শৰাইঘাটৰ সম্পাদনাৰ দায়িত্বত আছিলো এই লেখক। 'শৰাইঘাট'ৰ প্ৰথম সংখ্যাটো প্ৰকাশ পোৱাত ছাৰে আনন্দেৰে কৈছিল— 'এই শৰাইঘাটেহে জালুকবাৰী সাহিত্য সভাৰ বুৰঞ্জী হ'ব।' ছাৰৰ ভাষাত— লিখিত তথ্যইহে বুৰঞ্জী ক'ব পাৰে।

হিতেশ ডেকা ছাৰৰ কথা-বতৰাত সদায় কামৰূপী শব্দ ব্যৱহাৰ হোৱা দেখা যায়। ছাৰৰ মতে কামৰূপী সুৰৰো এটা নিজস্ব ভংগিমা আছে। সেই সুৰ যে আমাৰ নিজস্ব সুৰ, সেই কথাৰ বাবেই অন্ততঃ কামৰূপী সুৰত কথা-বতৰা ক'ব লাগে। তাৰ উপৰি জন্মগত সুৰটোৱে মানুহৰ তেজৰ প্ৰতিটো শিৰাই শিৰাই প্ৰবাহিত হৈ পৰে। কামৰূপী সুৰে অসমৰ প্ৰাচীনতাৰ অৰ্থই বুজায়। এয়াই আছিল আমি সদায় লগ পাই অহা হিতেশ ডেকা ছাৰৰ মনৰ কথা।

সমাজসেৱাৰ প্ৰতি হিতেশ ডেকা ছাৰৰ মনোভাৱ আছিল উদাৰ। এই অঞ্চলৰ প্ৰতিটো সামাজিক সমস্যাৰ লগতেই ডেকা ছাৰ জড়িত আছিল। জালুকবাৰীত কামৰূপ সাহিত্য পৰিষদৰ কাৰ্যালয় স্থাপনতো ছাৰৰ ভূমিকা আদৰণীয়। সাহিত্য সভাৰ পৰিধি বহল কৰাৰ মানসিকতা আছিল ছাৰৰ অন্তৰৰ কথা।

সদায় দেখি অহা মানুহজন আগন্তুক এষষ্ঠিতম সৰ্থেবাৰী সাহিত্য সভাৰ সভাপতি নিৰ্বাচিত হোৱাত আমাৰ অন্তৰ উজ্জাৰি উঠিছে। অসমৰ সৰ্ববৃহৎ অৰাজনৈতিক অনুষ্ঠান অসম সাহিত্য সভাৰ সভাপতিৰ দৰে এটা সন্মানীয় পদ প্ৰাপ্তিত আমি অত্যন্ত সুখী। ডেকা ছাৰে অসম সাহিত্য সভাক নতুন দৃষ্টিভংগীৰে চাওঁক আৰু অসমীয়াৰ অসমীয়াত্ব বজাই ৰাখিবলৈ সচেষ্ট হওঁক। তেখেতৰ দীৰ্ঘায়ু কামনা কাৰিলোঁ।

# হিতেশ ডেকা : মই জনামতে

প্রসন্ন কুমাৰ ডেকা

হিতেশ ডেকাৰ বিষয়ে লিখিবলৈ লৈ ভাবিছোঁ— কি লিখো, ক'ত কেনেকৈ আৰম্ভ কৰো আৰু ক'ত কিদৰে সামৰো? বাৰু, মোলৈ লিখা চিঠি এখনেৰেই আৰম্ভ কৰোচোন। ১৯৯১ চনৰ ১১ অক্টোবৰ তাৰিখে জালুকবাৰীৰ পৰা মোলৈ পোষ্টকাৰ্ড এখন লিখি পঠিয়াইছিল। বৰ্তমানলৈ এইখনেই মই তাৰ পৰা পোৱা শেষ চিঠি (ক্ষমা কৰিব আমাৰ মাজত 'তই-তকৰা'হে চলে; আপুনিক আমদানি কৰি কৃত্ৰিমতাৰ লেও দিবলৈ মন নকৰিলোঁ)। চিঠিখনৰ পূৰ্ণ পাঠ এই—

মৰমৰ প্ৰসন্ন,

মৰম ল'বি। এই বছৰত মই এইখনে সৈতে দুখন চিঠি আজিলৈ লিখিলো। এখন এজন অচিনাকি মোৰ পাঠক এজনলৈ উত্তৰস্বৰূপে আৰু আজি এইখন তোৰ ল'ৰালৈ শুভেচ্ছা হিচাপে।

তোৰ ডাঙৰ ল'ৰা শ্ৰীমান সুৰেশৰ কৃতকাৰ্যতাই মোৰ মনত বৰ আনন্দ দিলে। তেওঁ ডক্টৰেট উপাধি পোৱাত মই বৰ আনন্দিত হৈছো। মোৰ ল'ৰাই পোৱাৰ পিছত বৰ আশা কৰি আছিলোঁ তোৰ ল'ৰাইনো কেতিয়া এই উচ্চ ডিগ্ৰী পায়। আজি মোৰ মনৰ আশা পূৰণ হ'ল। শ্ৰীমানলৈ মোৰ শুভাশীষ থাকিল।

তই মই একেলগে ডাঙৰ হ'লো আৰু সেই সৰুকালিৰ পৰাই তোৰ লগত বন্ধু হৈ আজিলৈ থাকিব পাৰিছোঁ। ই কম কথা নহয়। মোৰ জীৱনত বহু বন্ধু আহিল গ'ল, কিন্তু তোৰ দৰে কোনেও স্থায়িত্ব লাভ কৰিব নোৱাৰিলে। ই তোৰ নিস্বাৰ্থ ভালপোৱাৰ লক্ষণ। নাজানো পিচৰ জীৱনত কি হয়। বৰ্তমানলৈ তয়ে এডোখৰ ঠাই অধিকাৰ কৰি আছিছ মোৰ হিয়াৰ মাজত।

তোৰ ঘৰৰ খবৰ জনাবি। বোৱাৰী ভালে আছেনে? সুৰেশৰ মাকৰ গা কেনে আছে আৰু সোণহঁত কেনে আছে জনাবি; লগতে তোৰ বিষয়ে জানিব পাৰিলে সুখী হ'ম। তোৰ বিষয়ে মই ভাবো। মোৰ কোনো

ভাই নাই; তয়ে সেই ঠাই অধিকাৰ কৰি আছিছু; তোক মই সৰু ভাইৰ দৰেই দেখো আৰু মৰম কৰো। তোৰ মংগল হওঁক, ইয়াকে কামনা কৰিলো।

ইতি—
তোৰ
শ্ৰীহিতেশ ডেকা

চিঠিৰ কথাখিনি মই অস্বীকাৰ কৰাৰ উপায় নাই। আপোনালোকেও চাগে শ্ৰীডেকাৰ এনে এজন ভাতৃ তথা অন্তৰংগ বন্ধুৰ পৰা মূল্যবান কিবা জানিবৰ বাবে উৎকৰ্ণ হৈ আছে। কিন্তু ইমান ওচৰৰ হৈও, ইমান চিনাকি, আপোন হৈয়ো দুয়ো যেন দূৰৈৰ, দুয়ো যেন অচিনাকি! আমাৰ মাজত মিল যিমান অমিলো কিজানি তাতোকৈ কম নহ'ব। আমি দুয়ো যেতিয়া একেলগে বহি কথা পাতো লোকে শুনিলে ভাবিব ইহঁত দুটাৰ চাগে কাজিয়া লাগিছে। একেবাৰে সুমেৰু-কুমেৰু, কিন্তু দুয়োকো সংলগ্ন কৰা মেৰুদণ্ডডাল এলা-পেচা নহয়। পাছে সেই মেৰুদণ্ডডালৰ উপাদান বা চৰিত্ৰ বিচাৰ কৰিবলৈ নগৈ আমাৰ মাজৰ দুই-চাৰিটা শাক খোৱা, পাত খোৱা কথাহে ইয়াত দাঙি ধৰিমহ'ক।

হিতেশ মোৰ ককাইদেউ— আমাৰ চুবুৰীয়া সম্বন্ধীয়া পেহীৰ পুতেক। বয়সত মোতকৈ চাৰি বছৰে ডাঙৰ, তাৰ জন্ম ১৯২৪ চনৰ ফেব্ৰুৱাৰীত, মোৰ ১৯২৮ চনৰ ফেব্ৰুৱাৰীত। কিন্তু সৰুতে আমাৰ মাজত বন্ধুত্ব নালাগে চিনা-পৰিচয়ে নাছিল। আমাৰ মাজত বন্ধুত্ব গঢ়ি উঠে ১৯৪০ চনৰ পৰাহে। সেই চনতে শিশুৰ সখি ভকতৰাম পাঠক আতৈ ওৰফে ভক্তদাস আতৈয়ে সৰ্থেবাৰীৰ আমাৰ চুবুৰীটোতে এটা ছাত্ৰ সংঘ স্থাপন কৰি মাদকদ্ৰব্য বৰ্জন আন্দোলন চলায়। আমাৰ চুবুৰীৰ নহ'লেও হিতেশে এই আন্দোলনত যোগদান কৰে। সৰুৰে পৰা তাৰ সমাজসেৱা আৰু সাহিত্য চৰ্চাত অনুৰাগ আছিল। পাচলৈ এই সংঘৰ মুখপত্ৰস্বৰূপে 'নৱ-জাগৰণ' নাম দি আমাৰ সম্পাদনাত এখন দুমহীয়া হাতেলিখা আলোচনী ওলাইছিল। এই আলোচনীৰ হিতেশ ডেকা নিয়মীয়া লেখক আছিল। ছাত্ৰ অৱস্থাতে লিখা তাৰ 'গাঁৱলীয়া' নামৰ উপন্যাসখন এই আলোচনীত ধাৰাবাহিকভাৱে প্ৰকাশ পাইছিল। সৰ্থেবাৰী হাইস্কুলৰ মুখপত্ৰ 'মুৰলী' আৰু সৰ্থেবাৰী হাইস্কুলৰে এচাম ছাত্ৰৰ 'ডি ফেভাৰেবল ষ্টাফ' নামৰ অনুষ্ঠান এটিৰ মুখপত্ৰ 'ৰেণু' নামৰ হাতেলিখা

আলোচনীখনত কথা-কবিতা আৰু ব্যংগ ৰচনা লেখিছিল। কেইখনমান কবিতাৰ পুথিও লিখিছিল। তাৰ গাৰ ক'লা ৰঙটো লৈ সি নিজেই ব্যংগ কবিতা এটাও ৰচনা কৰিছিল। স্কুলৰ ৰচনা প্ৰতিযোগিতাসমূহত সি প্ৰায়ে প্ৰথম হৈছিল। খেলা-ধূলাতো সি অগ্ৰণী আছিল।

বয়সৰ ফালৰ পৰাই কেৱল নহয়, স্কুলতো সি মোতকৈ দুবছৰমান আগৰ আছিল; তেতিয়া এম ভি পাছ কৰি হাইস্কুলৰ পঞ্চম শ্ৰেণীত নাম লেখিব লাগিছিল গুণে সি হাইস্কুলত মোতকৈ মাত্ৰ এশ্ৰেণীহে আগৰ হৈছিল। '৪২ অৰ আন্দোলনত আমি স্কুল এৰো যদিও আন্দোলন শাম কটাত পুনৰ ভৰ্তি হওঁ; সি কিন্তু নগ'ল যি নগ'লেই। ১৯৪৪ চনত সি প্ৰাইভেটকৈ সপ্তম মানৰ বছৰেকীয়া পৰীক্ষা দি অষ্টম মানৰ পৰা মোৰ লগত একেলগে পঢ়িবলৈ লয়। এই সময়ত সি ন্যায়াধীশ হলিৰাম ডেকাৰ ভাযেক হোমিওপেথিক চিকিৎসক যাদৱ চন্দ্ৰ ডেকাৰ ফাৰ্মচীত থাকি তেওঁৰ আশ্ৰয়তে পঢ়াৰ সুযোগ উলিয়াই লৈছিল। সি আচলতে নিজৰ ভৰিৰ ওপৰত নিজে থিয় হোৱা মানুহ। অষ্টমমানৰ পাঠত 'My good right hand' নামৰ এটা কৱিতা আছিল। কবিতাটোৰ নিহিত অৰ্থ আছিল— 'সাঁতোৰ, সাঁতোৰ নিজ বাহুবলে, সাঁতুৰিব নোৱাৰিলে যা ৰসাতলে'। সি এই কবিতাটো বৰ ভাল পাইছিল আৰু তাৰ মৰ্ম কথা নিজৰ জীৱনত প্ৰযোগ কৰিবলৈ তৎপৰ হৈছিল। তাৰ ঘৰুৱা অৱস্থা মুঠেই ভাল নাছিল। তাৰ বাপেক সৰুতে ঢুকাইছিল। ককায়েক এজন আছিল যদিও তেওঁ সমূলি কামৰ মানুহ নাছিল। দৰাচলতে হিতেশেহে ককায়েকক বিয়া-বাৰু কৰাই দি থিতাপি লগাই দিছিল। ককায়েকৰ মৃত্যুৰ পাচত আজিও ককায়েকৰ ল'ৰা-তিৰোতাক নিজৰ লগতে ৰাখি পোহপাল দি আছে।

১৯৪৮ চনত আমি দুয়ো একেলগে প্ৰবেশিকা পৰীক্ষা পাছ কৰি মই কটন কলেজত ভৰ্তি হওঁ; সি ভৰ্তি হয় নলবাৰী কলেজত। সি ওচৰৰ গাঁৱত মেচ কৰি আছিল আৰু যাত্ৰা পাৰ্টিত থাকি আৰু এণ্ডাৰৰ বেপাৰ কৰি খৰচ উলিয়াইছিল। সৰুৰে পৰা সি এজন সুদক্ষ অভিনেতাও আছিল। সি ৰগৰ কৰি প্ৰায়ে কৈছিল 'যাৰ নাই ঘৰ-বাৰী, সি থাকে নলবাৰীত'। এতিয়া কথাষাৰ প্ৰবচনৰ দৰে হৈ পৰিছে। আমাৰে আৰু এজন নলেগলে লগ হ'ল শ্ৰীহৰবল্লভ ডেকা। হৰবল্লভ আৰু হিতেশৰ

উদ্যোগতে সৰ্থেবাৰীত 'ভাতৃসংঘ' নাম দি এটা সংঘ স্থাপন কৰা হৈছিল। উদ্দেশ্য ভাতৃভাৱেৰে মিলি-জুলি সাহিত্য সেৱা কৰা। ভাতৃ সংঘৰ নামতে (নিজৰ খৰচত যদিও) আমাৰ 'সাধুকথাৰ পুথি' আৰু হিতেশৰ 'প্ৰায়শ্চিত্ত' নামৰ উপন্যাসিকাখনি প্ৰকাশ কৰা হৈছিল। আমাৰ লগতে আমাতকৈ বয়সত ভালেমান ডাঙৰ বিশিষ্ট কাঁহ শিল্পী শ্ৰীধৰণীধৰ ডেকায়ো ভাতৃসংঘত যোগদান কৰিছিল। ভাতৃসংঘৰ প্ৰেৰণাতে এওঁ 'মানৰ দিন' নামৰ নাটকখনি ৰচনা কৰি নিজে ছপা কৰি উলিয়াইছিল। ইতিপূৰ্বে সৰ্থেবাৰী ছাত্ৰ সন্মিলন স্থাপন কৰা হৈছিল আৰু ইয়াত আগভাগ লৈছিল আমাৰ শিক্ষাগুৰু সু-সাহিত্যিক আৰু সমাজকৰ্মী ৺ধৰ্মেশ্বৰ ডেকাদেৱে। সম্ভৱতঃ হিতেশ ডেকা আৰু হৰবল্লভ ডেকা ক্ৰমে সৰ্থেবাৰী ছাত্ৰ সন্মিলনৰ প্ৰতিষ্ঠা কালৰ সাধাৰণ সম্পাদক আৰু সহকাৰী সম্পাদক আছিল।

১৯৫০ চনত আমি দুয়ো আই এ পাছ কৰোঁ। আগতে কৈ আহিছো যে সি নলবাৰীত কলেজত পঢ়ি থাকোঁতেই এণ্ডাৰৰ কাৰবাৰো কৰিছিল। কাঁহুৰ বাচন গঢ়িবলৈ এণ্ডাৰৰ জুই অপৰিহাৰ্য। হিতেশে পঢ়াৰ মাজতে সময় উলিয়াই পলাশবাৰীলৈ গৈ তাৰ বেঞ্জৰ পৰা এণ্ডাৰ আনি সৰ্থেবাৰীৰ কঁহাৰসকলক যোগান ধৰিছিল। পলাশবাৰীলৈ যাওঁতে এৰাতি আৰু আহোঁতেও এৰাতি সি হোষ্টেলত মোৰ আলহী হৈছিল আৰু আমাৰ মাজত ভৱিষ্যতে আমি কি ধৰণে সাহিত্য চৰ্চা কৰিম তাৰ আলচ হৈছিল। আই এ পৰীক্ষা দি উঠি দুয়ো আকৌ লগ পালো। তেতিয়া সৰ্থেবাৰী আৰু নলবাৰী সংযোগ পথটোত মাটি পেলাইছেহে। আমি দুয়ো আবেলি সেই ৰাস্তাটোতে ফুৰি ফুৰো। এদিন সি প্ৰস্তাৱ দিলে তাহানিতে লেখা তাৰ কবিতাপুথি এখন সি ছপাব। পুথিখন 'ওমৰ তীৰ্থ'ৰ আদৰ্শত ৰচনা কৰিছিল। তাৰ প্ৰস্তাৱ মই তেতিয়াই অগ্ৰাহ্য কৰি ক'লো— "ওহো, তই এখন উপন্যাস লেখ, তোৰ 'গাঁৱলীয়া' উপন্যাসখনৰ দৰে গাঁৱলীয়া জীৱনৰ পটভূমিত।" মোৰ কথাত সি মান্তি হয় আৰু আজিৰ মানুহ উপন্যাসখন লিখা আৰম্ভ কৰে। দুদিনে তিনিদিনে সি একোটিকৈ অধ্যায় লিখে আৰু মোৰ লগত আলোচনা কৰে; কেইটামান অধ্যায় লেখাৰ পাচত সেইবোৰ দুয়ো আলোচনা কৰি ক্ৰম লগাওঁ। এনেকৈয়ে পৰীক্ষাৰ খবৰ ওলোৱাৰ আগে ভাগে 'আজিৰ মানুহ' লেখা শেষ হয়। পৰীক্ষাৰ খবৰ ওলালত মই পুনৰ কটন কলেজত বি এ শ্ৰেণীত ভৰ্ত্তি হওঁ সি ভৰ্ত্তি হয় নলবাৰীত। লগে লগে নলবাৰীৰ

আলোক প্ৰেছ্‌ত আজিৰ মানুহ ছপাবলৈ দিয়া হয়। বোধকৰো প্ৰেছ্‌ৰ মালিকৰ পৰাই নেকি কিতাপখন ভাল হোৱা নাই বুলি শুনি অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামী ছাৰে প্ৰেছ্‌তে কিতাপখন পঢ়ি মুগ্ধ হয় আৰু উপযাচিয়ে ভূমিকা এটি লেখি দি ছাত্ৰ হিতেশক উৎসাহ দিয়ে। গোস্বামীদেৱৰ ভূমিকাৰ উপৰিও কোহিৰাম দাস আৰু আমাৰ পৰাও একোটি মন্তব্য নি আজিৰ মানুহৰ পাতনিৰূপে প্ৰকাশ কৰে। আজিৰ মানুহৰ প্ৰথম আৰু দ্বিতীয় তাঙৰণ হিতেশে নিজেই প্ৰকাশ কৰিছিল। তৃতীয় তাঙৰণৰ পৰা কেইটিমান তাঙৰণ শ্বিলঙৰ চপলা বুকষ্টলে প্ৰকাশ কৰে আৰু তেতিয়াৰ পৰা আমাৰ পাতনি বাদ দিয়া হয়। দৰাচলতে ত্ৰৈলোক্যনাথ গোস্বামীদেৱৰ ভূমিকাৰ পাচত অন্ততঃ মোৰ পাতনিৰ কোনো প্ৰয়োজনেই নাই।

১৯৫১ চনত দুয়ো বি এ পৰীক্ষা দিও যদিও 'এই চব বাহিৰা ধান্দাৰ বাবে'ই নেকি দুয়োৰো এজনেও বি এ হ'ব পৰা নাছিলোঁ। সেয়ে হিতেশৰ নিজৰ ভাষাতেই কৈছোঁ 'সৰস্বতীক গুডবাই দি গৌৰী চপাই ককাইদেৱ গৃহস্থী হয়। আৰু ককায়েক যেনি যায় ভায়েক তেনি নগ'লে হ'ব জানো'? বিপত্নীক আৰু মুমূৰ্ষু পিতৃৰ শেষ ইচ্ছাৰ ওচৰত নতি স্বীকাৰ কৰি অমুকায়ো গৃহীৰ পঘাডাল ডিঙিত আঁৰি লওঁ। মোৰ বিয়াৰ দিনটো আমি দুয়োৰো হিতেশ আৰু মোৰ বাবে স্মৰণীয় এইবাবেই যে সেইদিনাই হিতেশৰ প্ৰথম পুত্ৰ শ্ৰীমান উমেশ বোপাৰ জন্ম হৈছিল। আৰু তাৰ পাছৰ বছৰত জন্ম হৈছিল ককাইদেৱে চিঠিৰে শুভেচ্ছা জনোৱা অমুকাৰ প্ৰথম পুত্ৰ শ্ৰীমান সুৰেশৰ। এনেকৈয়ে গৃহী হোৱাই নহয়, বাপেক হোৱাৰ পাচত প্ৰথম বি এ পৰীক্ষাত বহাৰ কিছু বিৰতিৰ অন্তত দুয়ো পুনৰ বি এ পাছ্‌ কৰোঁ। কিন্তু পাছ্‌ আৰু ফেলৰ ৰহস্যটো হ'লে একো বুজি নাপালো আৰু আজিও পোৱা নাই; কিয়নো কিবা বেছি জানি যে শেহত পাছ্‌ কৰিলো আৰু কম জনাৰ বাবে পোনৰবাৰ ফেল কৰিছিলো এনে নহয়, ফেল কৰাৰ বাৰ যি জানিছিলো পাছ্‌ কৰাৰ বাৰ তাতকৈ অলপো বেছি জনা নাই বৰং সাংসাৰিক জা-জঞ্জালৰ মাজত সোমাই কিছু পাহৰিছিলোহে। প্ৰখৰ বুদ্ধিৰ ছাত্ৰৰ কথাটো যুধা; কিন্তু আমাৰ নিচিনা মধ্যমীয়া মুখস্থ বিদ্যাত পৰি মৰাবিধৰ ছাত্ৰৰ কাৰণে পৰীক্ষাটো এটা লটাৰী খেলহে। সুদীৰ্ঘ কালৰ শিক্ষকতাৰ অভিজ্ঞতাৰ পৰা আমি দুই ডেকাৰ (উপাধিটোৰ যহত বুঢ়া হৈও ডেকা নহয়জানো?) আজি এই উপলব্ধিয়ে হৈছে।

অহানি কলেজ হোষ্টেলত থাকোঁতে মোৰ আলহী হোৱাৰ নিচিনা সৰ্থেবাৰীলৈ আহিলে হিতেশে মোৰ ঘৰলৈকেই আহে, থাকে, খায়, শোৱে। তাৰ খোৱা-শোৱা তেনেই 'ছিম্পল'— শাকে-শোকোতাই ভক্ষণ, সি পুৰুষৰ লক্ষণ; ডানলপৰ তুলি-তক্‌চাই হ'ক বা তৃণ শয্যাই হ'ক ক'তো টোপনি নহাকৈ নাথাকে। কমোদ লেট্রিনেই হ'ক বা মুকলি পথাৰেই হ'ক প্ৰকৃতিৰ কৰ্মবিধ কৰাত সংকোচ নাই। এদিনাখন মাঘমহীয়া এৰাতি সি মোৰ ঘৰত আলহী আছিল। ব্ৰহ্মমুহূৰ্ততে উঠা আৰু উঠিয়েই প্ৰাকৃতিক কৰ্মবিধ কৰা তাৰ সজ। ৰাতিপুৱা শয্যা এৰা অভ্যাস মোৰো। তেতিয়া আমাৰ ঘৰত ছেনিটাৰী লেট্রিনৰ ব্যৱস্থা হোৱা নাছিল। বাৰীৰ ফালে দ গাত এটাত আমি ঘৰৰ মানুহে বাহিৰ ফুৰা কামটো কৰিছিলো। আলহী-অতিথিয়ে সমুখৰ তৰাং খাল এটা পাৰ হৈ বেতনি আৰু বিৰিণা বনৰ আঁৰ লৈ কৰ্ম কৰিছিল। হিতেশেও ঘটিহস্তে বিৰিণা বনত প্ৰবেশ কৰি নৈমিত্তিক কৰ্মফেৰা কৰি শুকাই তলি ওলোৱা খালটোৰ বুকুৰেদি পোনাই ঘৰলৈ আহি মই শাকনিত কোৰ মৰা কোৰখন হাতত লৈ ক'লে— হেৰ' প্ৰসন্ন আহ আহ, মাগুৰ মাছ খুৱাম আহ।' বুলি খালৰ বুকুলৈ নামি গৈ কোৰেৰে খানিবলৈ ল'লেই। মই গৈ দেখো সি খালৰ তলিত থকা গাঁত এটা খান্দি বিৰিণা একোচাৰে পানীখিনি ঘোদালি দিছে আৰু তাৰ পৰা দুই এটা সৰু সৰু শিঙি মাছ জপিয়াই পৰিছে। শিঙিয়েই সব, মাগুৰ নাই। বেচি বছৰৰ আগৰ কথা নহয় যদিও তেতিয়াও শিঙি মাছ জাতত উঠা নাই, পাগৰ বাহিৰ। কাজেই সুদা হাতে উলটিব লগা হ'ল। মই ক'লোঁ— "ছেঃ ৰাতিপুৱা যাত্ৰাটোৱে বেয়া হ'ল।" "উহ, কিয়, কিনো বেয়া হ'ল" বুলি সি আমি বি এ শ্ৰেণীত পঢ়া ব্ৰাইনিঙৰ 'দ্য লাষ্ট ৰাইড টুগেদাৰ' নামৰ কবিতাৰ এফাঁকি গাই দিলে— Petty done and undone vast. আৰু গতিকে হতাশ হম কিয়' বুলি গপ্‌গপাই উভতি আহিল।

আৰু এদিনৰ কথা। মোৰ এজন ভাগীৰ ককাই দেউৰ মৃত্যু হৈছিল। অকাল মৃত্যু নহ'লেও মৃত্যুৰ বয়সো পোৱা নাছিল। ককাইদেউৰ ডাঙৰ ল'ৰা শ্ৰীমান হৰেকৃষ্ণ ডেকা কটন কলেজত পঢ়ি আছে। এনে অৱস্থাত পিতৃ বিয়োগ হোৱাত সি ভাঙি পৰাটোহে স্বাভাৱিক। সিহঁতৰ ঘৰখনৰ লগতো হিতেশৰ বৰ ভাল সম্পৰ্ক। ক'ৰবাৰ পৰা আহি এই দুঃ সংবাদ

শুনি হৰেকৃষ্ণৰ ওচৰলৈ গৈ সি কি ক'লে শুনক, 'তই হতাশ হৈছ নেকি? হতাশ নহ'বি। এয়া এটা সুযোগ, তোৰ ব্যক্তিত্ব বিকাশৰ সুযোগ। পিতাৰ থাকিলে তোৰ ব্যক্তিত্ব বিকাশ নহ'লহেঁতেন। এতিয়া তই নিজৰ ভৰিৰ ওপৰত থিয় হ'ব লাগিব যেতিয়া তোৰ ব্যক্তিত্বৰ বিকাশ হ'বই।' হিতেশৰ এই কথাই হৰেকৃষ্ণক বোলে বৰ সাহস দিছিল। হৰেকৃষ্ণৰ পৰাই মই এই কথা শুনিছো।

হিতেশৰ এনেকুৱা সৰুসুৰা কিন্তু ব্যক্তিত্বব্যঞ্জক ভালেমান কথা মই জানো যদিও লিখাৰ পৰা স্বেচ্ছাই বিৰত থাকিলো। ওপৰত যি অলপ লিখা গ'ল তাৰ পৰাই মই জনা মতে আপোনালোকেও নিশ্চয় হিতেশক জানিব। এয়া হ'ল হিতেশ ডেকাৰ মই জনা 'পজিটিভ' দিশ। নিগেটিভ দিশৰ কথাও কম নাই; কৈছো নহয় আমি দুয়ো সুমেৰু-কুমেৰু কিন্তু মনঃতাত্বিকসবৰ মতে 'পজিটিভ এপ্ৰোচ্'টোহে ভাল, 'নিগেটিভ এপ্ৰোচ্' পৰাপক্ষত পৰিত্যাজ্য বুলিহে পৰামৰ্শ দিয়ে তেৰাসবে। কাজেই ইমানতে ৰসতেই নাম সামৰাদি সামৰিলোঁ।

# আজিৰ মানুহে বিচৰা মানুহজন

শ্ৰীনগেন চৌধুৰী

Now he belongs to the ages.

Eduin M. Stanton.

আমি তেতিয়া নিচেই সৰু। হাইস্কুলৰ তলখাপৰ ছাত্ৰ। ককাইদেৱে এখন কিতাপ আনিছে— 'আজিৰ মানুহ'। কিতাপখন হাতেৰে চুই পঢ়িবলৈ ল'লো, বৰ ভাল লাগিল। আৰু কিতাপখন একেবাহে পঢ়ি আমোদ পালো। লেখক হিতেশ ডেকা। ইয়াৰ পিছতে পঢ়িবলৈ ল'লো ভাৰাঘৰ। ভাৰাঘৰেও আমাৰ কুমলীয়া মন আকৰ্ষণ কৰিলে। হিতেশ ডেকাৰ মন আমাৰ মনত, আমাৰ হৃদয়ত শিলৰ ৰেখাৰ দৰে অংকিত হৈ ৰ'ল। মানুহজনক চিনি নাপাওঁ কিন্তু আজিৰ মানুহৰ লেখক হিতেশ ডেকাক জানো। শ্ৰীডেকাক চোৱাৰ, সাক্ষাৎ লাভৰ প্ৰবল বাসনা ক'ব নোৱাৰাকৈয়ে সোমাই গ'ল। ইয়াৰ পিছত কলেজীয়া জীৱনত 'আচল মানুহ', 'বৈৰী মানুহ' পঢ়িছোঁ কিন্তু আজিৰ মানুহৰ হিতেশ ডেকাক বিচাৰি পোৱা নাই। মানুহ বিচাৰি ফুৰাই যেন হিতেশ ডেকাৰ বাসনা।

বহু বছৰ আগৰে পৰা বিভিন্ন সাহিত্য-সাংস্কৃতিকমূলক অনুষ্ঠানত শ্ৰীযুত ডেকাক দেখিছোঁ যদিও ১৯৭৫ চনৰ মোৰ বৈবাহিক সূত্ৰে শ্ৰীযুত ডেকাক ওচৰৰ পৰা পোৱাৰ সুবিধা পাওঁ। দিন যোৱাৰ লগে লগে তেখেতক আৰু ওচৰৰ পৰা, অতি নিবিড়ভাৱে পোৱাৰ সুবিধা পাওঁ। সাধাৰণ বেশভূষাৰ, সাধাৰণভাৱে জীৱন নিৰ্বাহ কৰিও দেশৰ কাৰণে, সমাজৰ কাৰণে চিন্তা কৰা ব্যক্তি শ্ৰীযুত ডেকাৰ ওচৰলৈ যিসকল আহিছে তেখেতসকলে ক্ষণে ক্ষণে, প্ৰতি মুহূৰ্তে অনুভৱ কৰিব তেখেতৰ মনৰ কথা, আপোচবিহীন, স্পষ্টবাদী যাক 'ডেমকেয়াৰ' বুলিব পাৰি তেনেবিধৰ লোকজনে প্ৰথম দিনাই আকৰ্ষণ কৰিব পাৰে যদিও মানুহজন দেখাত সুগঢ়ী নহয়। চেহেৰাই মানুহ নকৰে, মানুহ কৰে অন্তৰৰ মৰম -চেনেহে। পিছৰটোৰ অধিকাৰী আছিল শ্ৰীযুত ডেকা।

আজিও মোৰ মনত আছে, মোৰ বিয়াৰ পিছত শ্ৰীযুত ডেকাই আমাক

ভাত খাবলৈ নিমন্ত্ৰণ কৰিলে। গ'লো। ডেকা ক'ত? বাৰীলৈ গৈ দেখো ঘৰৰ সৰু পুখুৰীত যিটোক কামৰূপীয়া ভাষাত খাল বোলে, তাত নামি বোকাৰে লুতুৰি -পুতুৰি হৈ মাছ মাৰি আছে। ক'ব নোৱাৰাকৈ মোৰ মনলৈ আহিল হেমিংৱেৰ The old man and the sea ৰ কথা। আৰু সেই মুহূৰ্ত্ততে জানিব পাৰিলো যে শ্ৰীযুত ডেকাই মাছে নামাৰে, শাক-পাছলিৰ খেতিৰ বাহিৰেও নিজে ধান খেতি কৰে, ধান ৰোৱে, ধান কাটে। যেন অসমৰ বুকাৰ ওৱাছিংটন। কঁহাৰ শালত কাম কৰিছিল, সৰু সুৰা ব্যৱসায় আদিও কৰিছিল। অৰ্থাৎ তেখেতে সাধাৰণ কামৰ পৰা (যদিও কামৰ সৰু বৰ নাই) শিক্ষকতালৈ কাম কৰিছিল। আৰু আজি নিৰ্বাচিত হৈছে অসমৰ ৰাইজৰ অতি উচ্চ সন্মানৰ থলি 'অসম সাহিত্য সভা'ৰ সভাপতিৰ আসনলৈ। 'সভাপতি, অসম সাহিত্য সভা'— ইয়াতকৈ তেখেতক আৰু কি বেছি সন্মান লাগে। হিমালয়ৰ আকাশচুম্বী শৃংগত আৰোহন কৰাৰ পিছত আৰু জানো পদাৰ্পণ কৰাৰ থল থাকে? সৰু সৰু মানুহৰ, খাতিখোৱা মানুহৰ, মাটিৰ মানুহৰ মনৰ বেদনা বুজা বাবে, উপলব্ধি কৰা বাবে মাটিৰ মানুহে যাচিলে সৰ্বোচ্চ সন্মান। হিতেশ ডেকাই আজি আৰু 'ভাৰাঘৰ' বিচাৰিব নালাগে, খাতিখোৱা 'আচল মানুহ'য়ে বিচাৰি পাইছে 'আচল মানুহ'। 'আজিৰ মানুহ' হিতেশ ডেকাক।

আমি নকও যে হিতেশ ডেকাৰ প্ৰত্যেকখন উপন্যাসে শ্ৰেষ্ঠ, অনন্য সুন্দৰ। 'আজিৰ মানুহ', 'ভাৰা ঘৰ'ৰ লেখীয়া আনবোৰ উপন্যাস হৈছে বুলি ক'ব নোৱাৰি কিন্তু আজিৰ মানুহৰে তেখেতে যি খুটি পুতিলে তেনে উপন্যাস অসমীয়া সাহিত্যত বিৰল। বিৰিঞ্চি কুমাৰ বৰুৱাৰ 'জীৱনৰ বাটত', প্ৰফুল্ল দত্ত গোস্বামীৰ 'কেঁচা পাতৰ কঁপনি', বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'ইয়াৰুইংগম', ৰাধিকা মোহন গোস্বামীৰ 'চাকনৈয়া', উপগুপ্তৰ 'বাই চাহেবা', আব্দুল মালিকৰ 'সুৰুযমুখীৰ স্বপ্ন', কাঞ্চন বৰুৱাৰ 'অসীমত যাৰ হেৰাল সীমা', নৱকান্ত বৰুৱাৰ 'ককাদেউতাৰ হাড়', পদ্ম বৰকটকীৰ 'মনৰ দাপোন', যোগেশ দাসৰ 'ডাৱৰ আৰু নাই' আদিৰ দৰে সুকীয়া বিষয়বস্তুৰ আৰু পাঠকৰ মন মুগ্ধকাৰী উপন্যাস ঠিক তেনেদৰে হিতেশ ডেকাৰ 'আজিৰ মানুহ' অসমীয়া পাঠকৰ, অসমীয়া মানুহৰ অতি আদৰৰ, অতি মৰমৰ। অসমৰ এনে এজন শিক্ষিত মানুহ নোলাব যাৰ ঘৰত 'আজিৰ মানুহ' পোৱা নাযাব। মই নিজেও ভাল পাওঁ শ্ৰীযুত ডেকাক তেখেতৰ 'আজিৰ

মানুহ', 'ভাৰাঘৰ'ৰ বাবেহে, অন্য গ্ৰন্থৰ বাবে নহয়। আৰু ভাল পাও তেখেতৰ মনটোক, জাতীয় প্ৰেমৰ, সকলোকে আঁকোৱালি ল'ব পৰা গুণটোৰ বাবে। ত্ৰৈলোক্য নাথ গোস্বামীয়ে 'আজিৰ মানুহ'ৰ 'ভূমিকা'ত ঠিকেই লিখিছে যে কাহিনীটো 'আমোদজনক বাক্‌ভংগীৰে' ক'ব পাৰিছে আৰু ৰচনা ভংগীৰ মাধুৰ্যৰে হৃদয়গ্ৰাহীকৈ কাহিনীটো গঢ়ি তুলিছে।

শ্ৰীযুত ডেকাৰ জন্ম হয় ১৯২৪ চনৰ ২৮ ফেব্ৰুৱাৰীত সৰ্থেবাৰীত। কাঁহ-পিতলৰ বাচনৰ বাবে খ্যাতি থকা এখন সৰু ঠাইত। ১৯৪৮ চনত সৰ্থেবাৰী হাইস্কুলৰ পৰা সু-খ্যাতিৰে প্ৰবেশিকা পাছ কৰে আৰু ১৯৫২ চনত নলবাৰী কলেজৰ পৰা বি এ পাছ কৰে। তেখেতৰ জীৱন পথ বৰ সুগম আৰু সুচল নাছিল। 'মাটি কাৰ' ৰচনা কৰি ৰাজৰোষত পৰি জীয়াতু ভুগিবলগীয়া হৈছিল। গ্ৰেপ্তাৰী পাৰোৱানা পাই ১৯৪৩ চনৰ পৰা ১৯৪৫ চনলৈ পলায়ন কৰি অজ্ঞাতবাসত থাকে। ১৯৬২ চনৰ সাধাৰণ নিৰ্বাচনত বৰপেটা লোকসভা সমষ্টিত নিৰ্দলীয় প্ৰাৰ্থী হিচাপে অংশগ্ৰহণ কৰে। তেখেতে হোমিঅ'পাঠিক ফাৰ্মচীতো কাম কৰিছিল। ১৯৫৪ চনত কনিহা হাইস্কুলত শিক্ষকতা আৰম্ভ কৰে। ১৯৫৫ চনত সৰ্থেবাৰী হাইস্কুলৰ শিক্ষক হয়। শেষত ১৯৫৭ চনত জালুকবাৰী হাইস্কুলত শিক্ষকতাৰ চাকৰি কৰি ১৯৮৪ চনত প্ৰধান শিক্ষক নিযুক্ত হৈ ১৯৮৫ চনত অবসৰ গ্ৰহণ কৰে।

সমজুৱা কামত বিশেষকৈ সাহিত্য কৰ্মৰ অনুষ্ঠানৰ লগত বহু বছৰ ধৰি নিজকে নিৰবিচ্ছিন্নভাৱে জড়িত কৰি আহিছে। অসম সাহিত্য সভাৰ উপসভাপতি, কামৰূপ জিলা সাহিত্য পৰিষদৰ (সভা) সভাপতি, অসম হাইস্কুল শিক্ষক সন্থাৰ সভাপতি আদি পদ অলংকৃত কৰি আহিছে। অসম আন্দোলনত অংশগ্ৰহণ কৰি অসমৰ হকে মাত মাতি অহা বাবে ৰাজৰোষতো পৰিব লগা হৈছিল তথাপি শ্ৰীডেকা 'ৰণক্লান্ত' হৈ পৰা নাছিল— কাৰণ তেখেতৰ জীৱনটোৱে হৈছে গতিশীল, অনমনীয়, 'ডেমকেয়াৰ'। শ্ৰীডেকা উপাধিৰে ডেকা নহয়, মনেৰেও ডেকা।

নদীৰ সোঁতত ক্ষত-বিক্ষত হোৱা শিলৰ দৰে জীৱনত বহুতো ঘাত-প্ৰতিঘাতৰ মাজেদি শ্ৰীডেকাই আগবাঢ়ি আহিবলগীয়া হোৱা সত্ত্বেও কোনো দিনে ভাঙি পৰা নাছিল। নিজৰ ল'ৰা-ছোৱালীক সুশিক্ষিত কৰি তোলাৰ উপৰি অসমৰ জনসাধাৰণক আগবঢ়াই নিয়াৰ বাবে, অসমৰ

ৰাইজক শিক্ষিত কৰি তোলাৰ বাবে ৰচনা কৰিলে কেইবাখনো গ্ৰন্থ। তেখেতে বহুৰঙী অভিজ্ঞতা লাভ কৰিলে— 'We collect Pebfles in the Sea-shore of Knowledge.'

শ্ৰীযুত ডেকাৰ সাহিত্য জীৱন আৰম্ভ হয় হাইস্কুলীয়া জীৱনত হাতে লিখা আলোচনী 'ৰেণু'ৰ সম্পাদক হিচাপে। ১৯৪৮ চনত 'প্ৰায়শ্চিত্ত' নামৰ গল্প সংকলনেৰে সাহিত্যিক হিচাপে আত্মপ্ৰকাশ কৰে। প্ৰথম উপন্যাস আজিৰ মানুহ প্ৰকাশ হয় ১৯৫২ চনত। এই গ্ৰন্থৰ বৰ্তমানলৈকে পোন্ধৰটা সংস্কৰণ ওলাইছে। ই অসমীয়া গ্ৰন্থৰ ক্ষেত্ৰত এক অভিলেখ। 'Love at first sight'ৰ দৰে প্ৰথম গ্ৰন্থ 'আজিৰ মানুহ'য়ে সকলোকে আপোন কৰি ল'লে। ইয়াৰ পিছত তেখেতৰ কাপৰ পৰা ওলাল— ভাড়াঘৰ, বৈৰী মানুহ, এয়েতো জীৱন (তিনিটা খণ্ড), নতুন পথ, মাটি কাৰ, সীমাৰ কাজিয়া, আচল মানুহ, জীৱন সংঘাত, ইতিহাসে সকীয়ায়, সুখৰ সংসাৰ, কাম-পত্নী, নিৰ্যাতিতা সতী, গাঁৱৰ মানুহ আদি কৰি উন্নৈশখন উপন্যাস, মন্ত্ৰীৰ হুকুম, শীৰ্ষ সন্মিলন, বিহুৱান, অসমীৰ প্ৰাণৰ কথাকে ধৰি চাৰিখন নাটক, পশ্চিমবংগত মাটিকাৰ, জাতীয় চৰকাৰ, অসমীয়া জাতি টিকিবনে নামৰ তিনিখন প্ৰবন্ধৰ পুথি; আৰু ৰচনা কৰিলে পাঁচখন গল্প সংকলন প্ৰায়শ্চিত্ত, গৰাখহনীয়া, এইখন আমাৰ সমাজ, এথুপি গল্প আৰু গল্পটো লিখা নহ'ল। ইয়াৰ উপৰি তেখেতে অগ্ৰদূতৰ পাতত ধাৰাবাহিকৰূপে লিখিছিল কেইবাটাও ৰাজনৈতিকগন্ধী প্ৰবন্ধ। শ্ৰীডেকাই বিবিধ বিষয়ৰ ওপৰত লিখিলেও তিলত তেল থকাৰ দৰে শ্ৰীযুত ডেকা বিয়পি আছে ঔপন্যাসিক হিতেশ ডেকা হিচাপেহে আৰু ইয়াৰ বিশেষত্ব ফুটি উঠিছে 'আজিৰ মানুহ' উপন্যাসেৰে। সেয়ে ক'বৰ মন যায় আজিৰ মানুহে বিচাৰে হিতেশ ডেকাক কাৰণ হিতেশ ডেকাই আজিৰ মানুহ।

# হিতেশ ডেকা ছাৰৰ সান্নিধ্যত

শ্ৰীৰত্না চৌধুৰী

হিতেশ ডেকা। নামটি উচ্চাৰণ কৰাৰ লগে লগে আমাৰ মনলৈ আহে আজিৰ মানুহেৰে মন জয় কৰা সাহিত্যিকজনৰ কথা। তাতোকৈ মনলৈ আহে আমাৰ শিক্ষাগুৰু হিতেশ ডেকা ছাৰৰ কথা। মই তেতিয়া চতুৰ্থ শ্ৰেণীৰ ছাত্ৰী। আবেলি দুইমান বজাত হাতত এটা ছুটকেচ লৈ হৃষ্ট-পুষ্ট থূলন্তৰ ধুনীয়া দাঁতকেইটাৰে হাঁহি থকা মানুহ এজন আৰু লগত এটি তিনি-চাৰি বছৰীয়া শিশুৰে সৈতে মানুহ এগৰাকী। মাই তেখেসকলক আথে বেথে বহিবলৈ দিলে আৰু ক'লে যে তেখেতসকল হেনো আমাৰ ঘৰতে থাকিব। মোৰ মন আনন্দতে নাচি উঠিল। নিচেই কেঁচুৱাতে পিতৃহাৰা হৈ, প্ৰায় নিঃসংগ জীৱন যাপন কৰি যি অভাৱ আছিল সেই অভাৱ যেন পূৰণ হ'ল— বিশেষকৈ ছাৰৰ শিশু ছোৱালীজনীৰ বাবে। অন্ততঃ মোৰ এজনী খেলাৰ লগৰীয়া পালোঁ বুলি ভাবি।

ছাৰহঁত আমাৰ ঘৰতে থাকিবলৈ ল'লে। ছাৰৰ বাইদেউক আমি বাইদেউ বুলি মতা নাছিলো কাৰণ দূৰ সম্পৰ্কত পেহীদেউ হয় সেয়ে তেখেতক পেহী বুলিয়েই মাতিছিলো। মানুহজনী বৰ সাদৰি আৰু সকলোকে আপোন কৰি ল'ব পাৰে। মুখতে হাঁহিটো। শ্ৰীযুত ডেকাদেৱক কিন্তু পেহাদেউ বুলি নামাতি ছাৰ বুলিয়েই মাতিছিলো। ছাৰে আমাক জালুকবাৰী হাইস্কুলত পঢ়ুৱাইছিলো।

কিছু দিন পিছত ছাৰে আমাক এৰি অন্য ঠাইলৈ গ'ল। তাত ছাৰে নিজাকে এটুকুৰা মাটি কিনি ঘৰ সজালে। মনটো বৰ বেয়া লাগিল যদিও তেখেতসকলৰ লগত গঢ়ি উঠা সম্পৰ্ক কোনো দিন ম্লান নহ'ল। আমাৰ সম্পৰ্ক আৰু গভীৰ হৈহে পৰিছে। ছাৰে মোক ছাত্ৰীতকৈ নিজৰ ছোৱালীৰ দৰে মৰম কৰিছিল। যেন মই তেওঁলোকৰ ডাঙৰ ছোৱালী।

হিতেশ ডেকা ছাৰে আমাক পঞ্চমমান শ্ৰেণীৰ পৰাই অসমীয়া নীতি শিক্ষা আদি বিষয়সমূহ পঢ়ুৱাইছিল। পঞ্চমমান শ্ৰেণীতেই আমাক মহাভাৰত, ৰামায়ণ আদিৰ কাহিনী কৈ শেষ কৰিছিল। ছাৰে শ্ৰেণীত কাহানিও কাকো

বেতোৱা নাছিল অথবা খং কৰি তেনেকৈ গালিও পৰা নাছিল। তেখেতে কিন্তু সদায়েই শ্ৰেণীলৈ আহোতে হাতত এটা আলপিন আনিছিল আৰু বেঞ্চৰ ওচৰেৰে গ'লে লাহেকৈ ছাত্ৰ-ছাত্ৰীৰ হাতত খোচ মাৰি দিয়ে। খোচ খাই জাপ মাৰি উঠাৰ লগে লগে শ্ৰেণীত এটা হাঁহিৰ খলকনি উঠে।

ছাৰৰ কিছুমান কথা আজিও আমাৰ মনত সজীৱ হৈ আছে। ছাৰে স্কুলৰ পৰা প্ৰায়ে আমাৰ ঘৰলৈ আহে আৰু মই কাম কৰি থকা দেখিলে কয়, "কিমান কাম কৰি মৰা, যিয়ে কষ্ট কৰে সি জীৱনত সদায় কামেই কৰিব লাগে গতিকে অলপ আৰামত থকাৰ চেষ্টা কৰিবা।" এতিয়াহে বুজিছো ছাৰৰ কথাই সঁচা।

ছাৰৰ বিষয়ে লিখিবলৈ গ'লে বহুত কথা লিখিব পাৰি। কেনেকৈ ছাৰৰ কিতাপৰ পাণ্ডুলিপি কপি কৰিছিলো, ছাৰে কেনেকৈ কিতাপ লিখিছিল, ঘৰুৱা কাম-বনত নিজকে নিয়োগ কৰিছিল। ছাৰে সততে কামত ব্যস্ত থাকে। কাম কৰিছিল বাবেই আজি কামৰ ফল পালে। কাম কৰি যোৱা ফলাফল আশা নকৰিবা। আজি ফল পালে, অসম সাহিত্য সভাৰ দৰে সাহিত্যানুষ্ঠানৰ সভাপতি। ই ছাৰৰ বাবেই গৌৰৱৰ কথা নহয়, আমাৰ বাবেও। বেছি নিলিখোঁ, পৰম কৃপালু দৈৱকী নন্দন ভগৱন্ত শ্ৰীকৃষ্ণৰ চৰণত ছাৰৰ দীৰ্ঘায়ু কামনা কৰিলোঁ।

# আমি, মানে পাঠক আৰু হিতেশ ডেকাৰ উপন্যাস

হেম গোস্বামী

অসমীয়া গদ্য সাহিত্যৰ গধুৰ নন্দন তাত্বিক আলোচনাৰে এই প্ৰবন্ধৰ পাতনি মেলিব খোজা নাই।

আমি হাস্কুলত পঢ়ি থকাৰ সময়ত সহপাঠী বন্ধু-বান্ধৱীৰ মাজত সচৰাচৰ বাহিৰা কিতাপ পত্ৰ অৰ্থাৎ গল্প-উপন্যাসৰ কিতাপ কোনে কিমান পঢ়ে বা পঢ়িছে, এই বিষয়ে ৰসাল কথন-মথন চলে। তেতিয়াই জনপ্ৰিয় কথা শিল্পী হিতেশ ডেকাৰ নাম ওলাইছিল।

আমাৰ তেতিয়া পাঠ্যপুথি পঢ়াৰ মাজতে লুকাই চুৰকৈ উপন্যাস পঢ়াৰ বয়স। মই ষষ্ঠ শ্ৰেণীত থাকোঁতেই পঢ়া প্ৰথমখন উপন্যাস— নিৰ্মল ভকত; ইয়াৰ পাছতে ৰহদৈ লিগিৰী। পাছে সেই কালত কথাবোৰ ভালকৈ বুজা নাছিলো।

পাঠক বৰ্গ ক্ষমা কৰিব; মই হিতেশ ডেকাৰ কথা লিখিবলৈ গৈ মোৰ নিজৰ বিষয়ে বকলা মেলিবলৈহে লৈছো; অপৰাধ নিজগুণে মাৰ্জনা কৰে যেন। অৱশ্যে মই এইবোৰ কথা লিখিবলৈ লোৱাৰ প্ৰমূল্য নোহোৱা নহয়।

আমাৰ পিতৃ-পিতামহে মাজুলীৰ পৰা ভাগ্যৰ অন্বেষণত পদ-সঞ্চালন কৰি যি অঞ্চলত আহি খোপনি লৈছোহি, সহজ কথাত এই ঠাই কাউৰী-কোৱাই নপৰশা এক অনগ্ৰসৰ অঞ্চল। আনকি যোৱা কেইবছৰমানলৈ বাহিৰৰ লোকৰ মানত ই আছিল 'ক'লীয়া পানী'। আহিলে যোৱাটো আৰু এবাৰ কোনোৰকম ওলাই গ'লে অহাটো ভীষণ মস্কিল। ঘাইকৈ পথ পৰিবহণ ব্যৱস্থা সুচল নাছিল। আৰু নথকাৰ বাবেই উত্তৰ লক্ষীমপুৰৰ পৰা তেজপুৰলৈ যাওতে দুদিন সময় লাগিছিল। তদুপৰি শুনা মতে সেই কলীয়া পানীও হেনো আমাৰ জেগাতকৈ বহুত উন্নত।

তেতিয়াতো আজিৰ দৰে ইয়াত বাতৰি কাকতৰ এজেন্সী বা য'তে ত'তে কিতাপৰ দোকানো নাছিল। মহকুমাটোৰ নামনি খণ্ডক সামৰি বিহপুৰীয়াত

সঞ্চালনিকৈ এখন মাথোঁ কিতাপৰ দোকান আছিল, নাম— বৰদলৈ বুকষ্টল। ইয়াত সৰহভাগ স্কুলীয়া কিতাপ থাকে।

আমি সেই লক্ষীমপুৰ জিলাৰে অন্তৰ্গত বিহপুৰীয়া অঞ্চলৰ বাসিন্দা। সেই সময়ত (স্বাধীনতাৰ অগা পিছাকৈ) একোটা অঞ্চলত প্ৰতিষ্ঠিত মাইনৰ বা হাইস্কুলসমূহেই সেৰেঙা জনবসতিৰ লোকালয়বোৰৰ মাজত আজিকালিৰ জনসংযোগৰ অত্যাধুনিক প্ৰচাৰ মাধ্যমসমূহৰ দৰে ৰাজনৈতিক বা সামাজিক দিশৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব পৰাকৈ জনমত গঠনৰ প্ৰধান আহিলা।

আমি স্কুলৰ ডাঙৰ চামটোৱে সন্মানীয় শিক্ষাগুৰুসকলৰ সহযোগত গৃহীত কোনো সিদ্ধান্তই নিজ নিজ গাঁওবোৰতো ইয়াৰ প্ৰভাৱ বিয়পি পৰে। আজিৰ নিচিনাকৈ মহকুমাটোত একাধিক উচ্চতৰ শিক্ষানুষ্ঠান নাছিল। ১৯৬৫ চনত নাৰায়ণপুৰ অঞ্চলত প্ৰতিষ্ঠা কৰা জিলাখনৰ দ্বিতীয়খন মহাবিদ্যালয়ৰ বাহিৰে উত্তৰ লক্ষীমপুৰ নগৰত ১৯৫২ চনত প্ৰতিষ্ঠা কৰা মহাবিদ্যালয়খনেই একমাত্ৰ বাপতিসাহোনস্বৰূপ আছিল।

সেইকালত আমাৰ উপন্যাস পঢ়াটো আছিল এটা চখ্। লগৰীয়াহঁতৰ কোনোজনৰ যোৰহাটত থকা মোমায়েকৰ ঘৰলৈ যাওঁতে যোৰহাটৰ শেৱালি পুথিঘৰৰ পৰা বা কোনোবাজনে গুৱাহাটীত চাকৰি কৰি থকা খুড়াকৰ ঘৰলৈ যাওঁতে লয়াৰ্ছ বুকষ্টলৰ পৰা অনা বিভিন্ন ধৰণৰ উপন্যাস পঢ়াৰ ধুম উঠিছিল। ইয়াৰ মাজত আছিল— পদুমী, ৰহদৈ লিগিৰী, কেঁচা পাতৰ কঁপনি, ডাৱৰ আৰু নাই, ধূপ নীৰৱে জ্বলে, মনৰ দাপোন খবৰ বিচাৰি ইত্যাদি উপন্যাসৰ লগতে প্ৰেম নাৰায়ণ দত্তৰ 'পা-ফু' ছিৰিজসমূহ।

কিন্তু হাজাৰ নপঢ়ো, আমাৰ সেইটো বয়সত হিতেশ ডেকাৰ 'আজিৰ মানুহ', 'নতুন পথ' পঢ়ি আমি চবেই 'কামাল' হৈ গৈছিলো। কি যে লিখাৰ কৌশল, ভাষাৰ মন মোহনীয় ৰূপ; পঢ়িলে খোৱা শোৱা তল পৰে। আজিও অন্তৰত দকৈ সাঁচ বহি আছে।

মই সাধাৰণতে উপন্যাস পঢ়িবলৈ ভয় কৰো। আচলতে ভয়ে ভয়ে পঢ়িবলৈ লওঁ। কোনোবাই হয়তো ভাবিব পাৰে, মা দেউতাই মোৰ পঢ়া শুনাৰ ওপৰত অহৰহ চকু ৰাখে বাবেই মোৰ এই দুৰ্দশা। ওঁহো, উপন্যাসত কি হয়, লিখকে বৰ্ণনা কৰা বিৰহ-বিচ্ছেদৰ কাহিনীবোৰ মই হজম কৰিবলৈ বৰ টান পাওঁ। কমেও ১৫/২০ দিনলৈ গধূলি গধূলি পঢ়াৰ টেবুলত বহি চকুপানী টোকো।

ইয়াৰ পিছতে আহিল 'ভাড়াঘৰ'। 'এয়েতো জীৱন' বহুত পিছত। সেই সময়ত স্কুলীয়া ল'ৰা-ছোৱালীবোৰে নতুন কিবা এটা কৰাৰ উচ্ছ্বাস আৰু উদ্যমেৰে গাঁৱত স্থাপন কৰা গাঁৱলীয়া পুথিভড়ালবোৰত আজিৰ মানুহ, ভাড়াঘৰক লৈ পাঠক পাঠিকাৰ মাজত টনা আজোৰা। তেতিয়ালৈকে লিখকজনক চকুৰে দেখাই নাছিলো; বৰ্মন উপাধিৰ পুলিচ কনিষ্টবল এজনে কৈছিল, তেখেতো বোলে শিক্ষক। হাইস্কুলৰ মাষ্টৰ, বৰ সহজ-সৰল জীৱন যাপন কৰে।

অৱশ্যে তেখেতক প্ৰথম লগ পোৱাৰ সৌভাগ্য হৈছিল ১৯৮১ চনৰ অক্টোবৰ মাহত। তেতিয়া তেখেতে অসম সাহিত্য সভাৰ উপসভাপতিৰূপে ইয়াত অনুষ্ঠিত এটা কৰ্মশালাত যোগদানৰ বাবে আহিছিল।

হয়, সেই উপন্যাস ৰচনা কৰা মানুহজনৰ নাম মনলৈ আহিলেই তেখেতে উপন্যাসৰ চৰিত্ৰসমূহৰ মাজেদি প্ৰকাশ কৰা নীতিশিক্ষামূলক বক্তব্যই আমাৰ শৈশৱ কালৰ স্বভাৱ-চৰিত্ৰ সংশোধন কৰাত বহুলাংশে ইন্ধন যোগাইছিল। মুঠতে ডেকা চাৰৰ পূৰ্বে উল্লেখ কৰা উপন্যাসকেইখনে ব্যৱহাৰিক জীৱনৰ ইতিবাচক দিশত ভালেমান প্ৰভাৱ পেলাইছিল। আমি সেই বয়সত এনে আছিলো, চৰিত্ৰৰ অনুকৰণতে সততে কথা-বাৰ্তা পাতিছিলো।

আমি মানে, মই ভগৱান, আহেদুৰ, মহিম, কৃষ্ণ, কেশৱ, সৰুকণ (আৰু যে কিমান!) আদিয়ে প্ৰায় দশম শ্ৰেণীলৈকে— নাই নহয় তাৰ পাছতো হিতেশ ডেকাৰ উপন্যাস ৰাজিৰে আমাৰ মনৰ আকাশ আৱৰি আছিল।

ঠিকেইতো, এতিয়া— এই সময়ত সেইজন বিশিষ্ট সাহিত্যিকে অসম সাহিত্য সভাৰ আগন্তুক ৬১ তম সৰ্থেবাৰী অধিৱেশনৰ পৰম সন্মানীত সভাপতিৰ আসন অলংকৃত কৰিব, এই কথা ভাবি আমি উৎফুল্লিত হোৱাৰ লগতে তেখেতলৈ আমাৰ সশ্ৰদ্ধ প্ৰণিপাতসহ আন্তৰিক অভিনন্দন জ্ঞাপন কৰিলো।

অৱশেষত, এই বছৰ এনে এজন যোগ্য ব্যক্তিৰ সপক্ষে জনমত প্ৰকাশ কৰা পৰিপ্ৰেক্ষিতত আমি সমগ্ৰ অসমৰ শাখা সভাসমূহলৈও ধন্যবাদ যাচিলোঁ।

যোগ্যজন যোগ্য আসনতঃ

# হিতেশ ডেকা অসম সাহিত্য সভাৰ সভাপতি

এম চালেহউদ্দিন চৌধুৰী

"কল্পনাৰ কুহেলিকা নোহে উপন্যাস
ইযে মানব চিত্তৰ সত্যৰ বিন্যাস।।"

—এয়া জনপ্ৰিয় ঔপন্যাসিক হিতেশ ডেকাৰ 'আজিৰ মানুহ' উপন্যাসৰ মুখবন্ধৰ এটা কলি। মন কৰিবলগীয়া যে শ্ৰীডেকাৰ এইখন উপন্যাসৰে বৰ্তমানলৈ পোন্ধৰটা সংস্কৰণ প্ৰকাশিত হৈছে। অসমীয়া ভাষা সাহিত্যৰ বাবে ই কম গৌৰৱৰ কথা নহয়।

ডিফুৰ ৰাংছিনা ভৱনত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ তৃতীয় পূৰ্ণাংগ কাৰ্যনিৰ্বাহকৰ বৈঠকে এইগৰাকী কথা সাহিত্যিক হিতেশ ডেকাক অসম সাহিত্য সভাৰ ৬১ তম সৰ্থেবাৰী অধিৱেশনৰ সভাপতি নিৰ্বাচিত হোৱা বুলি ঘোষণা কৰাৰ লগে লগে সাহিত্যপ্ৰেমীসকলৰ এক দীৰ্ঘ উৎকণ্ঠাৰ অৱসান ঘটিল।

হিতেশ ডেকা মোৰ অগ্ৰজপ্ৰতীম। মোৰ জন্মবৰ্ষ ১৯৪৮ চনত শ্ৰীডেকাই সৰ্থেবাৰী হাইস্কুলৰ পৰা প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। তথাপি সাহিত্যৰ কৰ্মক্ষেত্ৰত তেওঁ মোৰ বন্ধু প্ৰতীম পথ নিৰ্দেশক। সাহিত্যৰ পথাৰত কঠোৰ সাধনা আৰু তৃণমূল পৰ্যায়ৰ জনপ্ৰিয়তাই শ্ৰীডেকাক অসম সাহিত্য সভাৰ সৰ্বোচ্চ আসনত অধিষ্ঠিত কৰিলে। আমি ভাবো অসমীয়া ভাষা সাহিত্যপ্ৰেমী কোনো পঢ়ুৱৈ নাই যিয়ে হিতেশ ডেকাৰ উপন্যাস এখনো অধ্যয়ন নকৰাকৈ আছে। গ্ৰাম্য জীৱনৰ সজীৱ চিত্ৰ আৰু ভাষাৰ প্ৰাঞ্জলতাই ডেকাক চিৰদিন অসমীয়া সাহিত্যৰ বুকুত অমৰ কৰি ৰাখিব। তেওঁৰ লেখাই অকল অভিজাত সম্প্ৰদায়কে চুই যোৱা নাই— শৰত-সবিতা (ভাৰাঘৰ), বলোৰাম (এয়েতো জীৱন), মদন (আচল মানুহ) আদিৰ গ্ৰাম্য চৰিত্ৰকো স্পৰ্শ কৰি কাহিনীত হিৰণ্ময়তা দান কৰিছে।

শৰতে সবিতালৈ লিখা চিঠিত 'মেঘাচ্ছন্ন শৰতৰ তুমি উজ্জ্বল সবিতা', আচল মানুহৰ মদন আৰু বৌৱেকৰ কথোপকথন 'কি ফুল ধুনীয়া?'

'ছোৱালী ফুল ধুনীয়া।' 'ছিঃ নিলাজটো ক'ৰবাৰ, ছোৱালীৰ আগতে তেনে কথা কয়নে?' আদি কথোপকথন কিমান প্ৰাঞ্জল আৰু হৃদয়স্পৰ্শী সেয়া মাথোন অধ্যয়ন কৰোতাজনেহে অনুভৱ কৰিব পাৰিব।

সেইবোৰ আজিও আমাৰ মনৰ গুহাত ইলোৰা-অজন্তাৰ ভাস্কৰ্যৰ দৰে খোদিত হৈ আছে— অথচ আজিৰ পৰা প্ৰায় দুই দশক আগেয়ে তেওঁৰ উপন্যাসৰাজি আমি পঢ়িছিলো।

হিতেশ ডেকাৰ লগত একেলগে বহু সভা-সমিতিত যোগদান কৰিছো। একেখন মঞ্চৰ পৰা বক্তৃতা দিছো। আমি প্ৰায়ে ৰগৰ কৰি কৈছিলো— 'হিতেশ ডেকাৰ জীৱনটো বাৰী বাৰীয়ে গ'ল।' মানে কথাষাৰ শ্ৰীডেকাই নিজেই ৰগৰ কৰি কৈছিল— নলবাৰী কলেজৰ প্ৰতিষ্ঠাপক প্ৰয়াত অধ্যক্ষ প্ৰবীণ সাহিত্যিক ত্ৰৈলোক্য নাথ গোস্বামীৰ এষাৰ কথাৰ উত্তৰত।

হিতেশ ডেকা নলবাৰী মহাবিদ্যালযৰ প্ৰথম দলটোৰ স্নাতক পৰীক্ষাৰ্থী। সেয়ে উক্ত মহাবিদ্যালযৰ ৰূপালী জয়ন্তী বৰ্ষত শ্ৰীডেকাকো আমন্ত্ৰণ কৰা হৈছিল। হিতেশ ডেকাই বক্তৃতা দিযাৰ প্ৰাককালত প্ৰয়াত গোস্বামীয়ে শ্ৰীডেকাৰ পৰিচিতি দাঙি ধৰোতে কৈছিল— 'শ্ৰীমান ডেকা আমাৰ কলেজৰ প্ৰথম বেটছৰ ছাত্ৰ। জনপ্ৰিয় ঔপন্যাসিক। তেওঁৰ উপন্যাস ডেকা-ডেকেৰীয়ে গাৰুৰ তলত লৈ পঢ়ে। বাৰীৰ চুকতো পঢ়ে।' তাৰ পিছত বক্তৃতা প্ৰসংগত ডেকাই কৈছিল— 'জন্ম মোৰ সৰ্থেবাৰীত। লেখা-পঢ়া নলবাৰীত। চাকৰি কৰো জালুকবাৰীত। মোৰ উপন্যাসো ডেকা-ডেকেৰীয়ে বাৰীৰ চুকতে পঢ়ে। মোৰ জীৱনটো বাৰী বাৰীয়ে গ'ল।' আৰু এইবাৰো বাৰীতে অৰ্থাৎ সৰ্থেবাৰীতে তেওঁক অসম সাহিত্য সভাৰ সভাপতিৰ সিংহ পিৰাত বহুৱাই বৰণ কৰা হ'ব।

এসময়ত হিতেশ ডেকা আছিল ভোজনপ্ৰিয় লোক। এবাৰ আউলা চ'কলৈ অভিযান থিযেটাৰৰ প্ৰদৰ্শনী চাবলৈ যাওঁতে ভোজনৰ সময়ত আমাক কোৱা কথাষাৰ আজিও বেছ মনত আছে— 'খোৱা-লোৱাই গা/ সেকা-পোৰাই না। বুজিছে চৌধুৰী— ঘাঁহে বলধা, ভাতে মৰদা।' মই তেওঁতকৈ বয়সত সৰু যদিও তেওঁৰ ব্যঞ্জনাময় কথাবোৰ উনুকিওৱাৰ হেঁপাহ সামৰিব নোৱাৰিলো। এবাৰ তেওঁ মোক কৈছিল— "চৌধুৰী আপুনি সদায় বুঢ়া আৰু মই চিৰদিন ডেকা। থিয়েটাৰ যাত্ৰাত চৌধুৰী কেৰেক্টাৰটো সদায় বুঢ়া। আৰু ডেকা সদায় ডেকা। মই বুঢ়া কালত

মৰিলে ডেকা মৰিল বুলিয়ে মানুহে ক'ব।"

ইমান জনপ্ৰিয় উপন্যাস লিখা মানুহ এজনেও যে তত্বগধুৰ নাটক, প্ৰবন্ধ কিম্বা হাস্য-ব্যংগ ৰচনা লিখিব পাৰে অবিলেও আচৰিত হ'ব লাগে। অসম আন্দোলনৰ প্ৰাক কালতে গিলৰ লাঠিৰ কোবত মৃত্যুবৰণ কৰা প্ৰথমগৰাকী শ্বহীদ খৰ্গেশ্বৰৰ মৃত্যুত তেওঁ লিখিছিল— 'গিলে এটা গিলিলে।' তাৰ পিছতে এইগৰাকী সাহিত্যিকক আৰক্ষীয়ে কৰাঘাত কৰিছিল।

শ্ৰীডেকা অসমত বিভিন্ন জনগোষ্ঠী হিন্দু-মুছলমানৰ মাজৰ সমন্বয়-সংহতি-সম্প্ৰীতিৰ যুগমীয়া সাঁকো। তেওঁৰ 'শীৰ্ষ সন্মিলন' নামৰ নাটিকাখন তাৰেই এক উজ্জ্বল স্ফুৰণ।

১৯২৪ চনৰ ১৮ ফেব্ৰুৱাৰীত বৰ্তমানৰ বৰপেটা জিলাৰ সৰ্থেবাৰীত জন্মগ্ৰহণ কৰা হিতেশ ডেকাৰ পিতৃ স্বৰ্গীয় ৰবিৰাম ডেকা আৰু মাতৃ প্ৰয়াত সুন্দৰীপ্ৰিয়া ডেকা। তিনিকুৰি এঘাৰ বছৰৰ দেওনা গৰকা শ্ৰীডেকাৰ প্ৰাথমিক শিক্ষাৰম্ভ হয় সৰ্থেবাৰী এম ভি স্কুলত। ১৯৪০ চনত সেই বিদ্যালয়ৰ পৰা অসমীয়াত সমগ্ৰ অসমৰ ভিতৰতে সৰ্বোচ্চ নম্বৰ লাভ কৰি উত্তীৰ্ণ হয়। ১৯৪৮ চনত সৰ্থেবাৰী হাইস্কুলৰ পৰা সুখ্যাতিৰে প্ৰবেশিকাত উত্তীৰ্ণ, ১৯৫২ চনত নলবাৰী মহাবিদ্যালয়ৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰি ১৯৬১ চনৰ পৰা ১৯৬৪ চনলৈ আইন আৰু স্নাতকোত্তৰ শ্ৰেণীত অধ্যয়ন কৰিছিল যদিও ঘৰুৱা আৰ্থিক দুৰৱস্থা আৰু সেই সময়ত তেওঁৰ প্ৰকাশিত গ্ৰন্থ 'মাটি কাৰ' চৰকাৰী ৰোষত পৰা বাবে অনাই-বনাই আত্মগোপন কৰিবলগীয়া হোৱাত ছাত্ৰ জীৱনৰ যতি পৰে।

শ্ৰীডেকা স্বাধীনতা সংগ্ৰামৰো এগৰাকী অক্লান্ত সৈনিক আছিল। ১৯৪২ চনৰ ভাৰতৰ স্বাধীনতা সংগ্ৰামত সক্ৰিয় অংশগ্ৰহণ কৰা হেতুকে ডেকাই কাৰাবৰণো কৰিবলগীয়া হৈছিল। ১৯৪৩ ৰ পৰা ১৯৪৫ চনৰ সময়ছোৱাত তেওঁ ছয়গাঁও, বকো, গোলাঘাট, ডিমাপুৰ আদি ঠাইত আত্মগোপন কৰি থাকিবলগীয়া হৈছিল। কিছুদিন তেওঁ কলিকতাতো আত্মগোপন কৰি আছিল। তেওঁ যে ৰাজনীতিৰ পথাৰতো পানী ঘোলা কৰিছিল তাৰ প্ৰমাণ ১৯৬২ চনৰ সাধাৰণ নিৰ্বাচনত বৰপেটা লোকসভা সমষ্টিৰ পৰা নিৰ্দলীয় প্ৰাৰ্থী হিচাপে প্ৰতিদ্বন্দ্বিতা।

জীৱন-জীৱিকাৰ অৱলম্বন হিচাপে শ্ৰীডেকাই কৈশোৰৰে পৰা স্থানীয় কহাঁৰ শিল্পত কাম কৰাৰ উপৰি সৰু-সুৰা ব্যৱসায়ো কৰিছিল। ১৯৪৮

চনত কলেজীয়া জীৱনতে তেওঁ কহাঁৰ শিল্পৰ বাবে এগুৰ যোগনীয়াৰ আছিল। তাৰ পিছত প্ৰায় সাত বছৰৰ পিছত ১৯৫৪ চনত কনিহা হাইস্কুলত শিক্ষক হিচাপে যোগদান কৰি পিছত ক্ৰমে সৰ্থেবাৰী, বনগাঁও, জালুকবাৰী আদি হাইস্কুলত শিক্ষকতা কৰি শেষত ১৯৮৪ চনত জালুকবাৰী হাইস্কুলৰ প্ৰধান শিক্ষক হৈ ১৯৮৫ চনলৈ উক্ত পদতে থাকি অৱসৰ গ্ৰহণ কৰে। মাজতে ১৯৪৬ চনত তেওঁ হোমিও ফাৰ্মচীতো কাম কৰিছিল।

১৯৪৫ চনৰ পৰা অসম সাহিত্য সভাৰ লগত ঘনিষ্ঠ সম্পৰ্ক ৰক্ষা কৰা শ্ৰীডেকা ১৯৭৬ আৰু ১৯৮০ চনত দুবাৰকৈ উপ-সভাপতি নিৰ্বাচিত হয়। ১৯৭৫ চনত অবিভক্ত কামৰূপ জিলা সাহিত্য পৰিষদৰ পলাশবাৰী অধিৱেশনৰ সভাপতি। বিভিন্ন লেখা আৰু ৰচনা সম্ভাৰেৰে অসমীয়া সাহিত্যৰ মোহন মন্দিৰ চহকী কৰা ডেকাৰ সাহিত্যিক জীৱনৰ আৰম্ভ হয় হাইস্কুলীয়া জীৱনত হাতে লিখা আলোচনী 'ৰেণু'ৰ সম্পাদক হিচাপে। ১৯৪৮ চনত প্ৰায়শ্চিত্ত নামৰ গল্প সংকলনেৰে শ্ৰীডেকাই সাহিত্যিক হিচাপে আত্মপ্ৰকাশ কৰে। পোন্ধৰটা সংস্কৰণত ওলোৱা জনপ্ৰিয় উপন্যাস 'আজিৰ মানুহ' প্ৰথম প্ৰকাশ হয় ১৯৫২ চনত। মন কৰিবলগীয়া যে তেওঁৰ আন এখন জনপ্ৰিয় উপন্যাস 'আচল মানুহ'ৰো তিনিটা সংস্কৰণ প্ৰকাশ পাইছে।

অসমীয়া সাহিত্যৰ ভঁৰাললৈ আগবঢ়োৱা ডেকাৰ অনবদ্য ৰচনা সম্ভাৰ হ'ল— প্ৰায়শ্চিত্ত, গৰাখহনীয়া, এইখন আমাৰ সমাজ, এথুপি গল্প, গল্পটো লিখা নহ'ল (গল্প সংকলন); আজিৰ মানুহ, নতুন পথ, মাটি কাৰ, ভাৰাঘৰ, এয়েতো জীৱন, সীমাৰ কাজিয়া, আচল মানুহ, বৈৰী মানুহ, জীৱন সংঘাত, ইতিহাসে সকীয়াই, সুখৰ সংসাৰ, কামপত্নী, নিৰ্যাতিতা সতী, গাঁৱৰ মানুহ (উপন্যাস); মন্ত্ৰীৰ হুকুম, শীৰ্ষ সন্মিলন, বিহুৱান, অসমীৰ প্ৰাণৰ কথা (নাটক); পশ্চিমবংগৰ মাটি কাৰ, জাতীয় চৰকাৰ, অসমীয়া জাতি টিকিবনে? (প্ৰবন্ধ সংকলন)।

আজীৱন সাহিত্যব্ৰতী হিতেশ ডেকাক অসম সাহিত্য সভাৰ সৰ্বোচ্চ আসনত প্ৰতিষ্ঠিত কৰি অসমীয়া ৰাইজে যোগ্যজনক যোগ্য আসনতে বহুৱালে। শ্ৰীডেকাৰ সবল নেতৃত্ব আৰু বলিষ্ঠ পদক্ষেপত অসম সাহিত্য সভাই আৰু এখোপ আগুৱাই যাব বুলি আমাৰ আশা আৰু বিশ্বাস। শ্ৰীডেকাৰ সু-স্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰিছো।

# বিহংগম দৃষ্টিত হিতেশ ডেকাৰ উপন্যাস

নীলমোহন ৰায়

অসমীয়া উপন্যাস সাহিত্যৰ দিগন্ত প্ৰসাৰিত কৰি তোলা ঔপন্যাসিকসকলৰ ভিতৰত হিতেশ ডেকাৰ নাম বিশেষভাৱে উল্লেখযোগ্য। প্ৰবৰ্তমান শতিকাৰ মাজ ভাগৰ পৰাই গল্প উপন্যাসবোৰে অসমীয়া সাহিত্যৰ বিস্তৃতি আনি দিয়া এইজন প্ৰবীণ লেখকৰ জনপ্ৰিয় উপন্যাসমূহ হ'লঃ আজিৰ মানুহ, মাটি কাৰ, এয়েতো জীৱন নতুন পথ, ভাড়া ঘৰ, আচল মানুহ, বৈৰী মানুহ, ইতিহাসে সকীয়ায়, জীৱন সংঘাত, নিৰ্যাতিতা সতী, কামপত্নী প্ৰভৃতি। এইবোৰৰ উপৰি বিভিন্ন গল্প, বিভিন্ন আলোচনী, বাতৰি কাকতত সিচঁৰিত হৈ আছে।

এক অভূতপূৰ্ব জনপ্ৰিয়তাৰ শীৰ্ষস্থানত অধিষ্ঠিত হৈ থকা এইজন কথা শিল্পীৰ উপন্যাসসমূহৰ জনপ্ৰিয়তাৰ কাৰণ বহুতো। কৃষি ভিত্তিক অসমৰ সমাজ জীৱনৰ বাস্তৱধৰ্মী বৰ্ণনা, সামন্তীয় ভূ স্বামী আৰু অভিজাত সম্প্ৰদায়ৰ দ্বাৰা নিগৃহীত আৰু বঞ্চিত গাঁৱলীয়া সহজ-সৰল হোজা ৰাইজৰ দুখ-নিৰ্যাতনৰ ইতিকথা, গাঁও আৰু চহৰবাসীৰ মাজত গঢ়ি উঠা মানসিক সংঘাতৰ চিত্ৰণ, পাশ্চাত্য শিক্ষাৰ অন্ধ অনুকৰণত বিভ্ৰান্ত অনিকেত যুৱক-যুৱতীৰ স্বদেশী ইতিহাসৰ প্ৰতি অনিহাৰ মনোভাৱ, চহৰৰ ধনী আৰু সম্ভ্ৰান্ত পৰিয়ালৰ অন্তৰমহলত চলি থকা নৈতিকতাবিহীন আদৰ্শ, ভ্ৰষ্ট চাৰিত্ৰিক অবক্ষয় আৰু যেন তেন প্ৰকাৰেন ক'লা টকাৰ প্ৰাচুৰ্য গঢ়ি তোলাৰ নগ্ন মানসিকতাৰ ব্যাধিগ্ৰস্ত স্বৰূপ বৰ্ণন আদি ডেকাৰ উপন্যাসত অত্যন্ত সজীৱ ৰূপত প্ৰকটিত হৈছে।

হিতেশ ডেকাৰ উপন্যাসত পোৱা যায়, নৰ নাৰীৰ প্ৰেমৰ বিভিন্ন বিচিত্ৰ ৰূপৰ সূক্ষ্মাতি সূক্ষ্ম, বৰ্ণ বৈচিত্ৰ্যৰ অভিব্যক্তি আৰু নাৰী পুৰুষৰ মনৰ গহনত খেলা কৰি থকা চিৰন্তন কামনা-বাসনাক পাঠকৰ দৃষ্টিগোচৰ আৰু হৃদয় গোচৰ হোৱাকৈ উলিয়াই আনিব পৰা মনস্তাত্বিক সূক্ষ্ম সংবেদনশীলতা। প্ৰেমৰ ক্ষেত্ৰত লেখকৰ দৃষ্টিভংগী নানা বৈচিত্ৰ্যৰ অভিপ্ৰকাশেৰে সমৃদ্ধ হ'লেও লেখকৰ গভীৰ আন্তৰিকতা নিবেদিত হৈছে

ঔচিত্যবোধ আৰু নৈতিকতাৰ বিজয় দেখুওৱাতহে। নৰ-নাৰীৰ কামনা-বাসনাক স্বীকাৰ কৰি ল'লেও তাৰ মাজেৰেই তেওঁ আত্মাৰ মিলনৰ শ্ৰেষ্ঠত্ব ঘোষণা কৰিছে। তদুপৰি ভোগতকৈ ত্যাগৰ দ্বাৰাহে নিজৰ আৰু জগতৰ কল্যাণ সাধিত হয়— এই চিৰন্তন ধাৰণাটোকো তেওঁ নৰনাৰীৰ প্ৰেমৰ মাজেৰে দেখুৱাব বিচাৰিছে। সেইদৰে মিলন নহয়, বিৰহেই আনি দিয়ে প্ৰেমৰ ব্যপ্ততা— এইবোধৰো বিজয় বাৰ্তা ঘোষিত হৈছে তেওঁৰ লিখনিৰ মাজেৰে।

কেইবাখনো উপন্যাসৰ মাজেৰে প্ৰকাশিত হৈছে তেওঁৰ ৰাজনৈতিক দৃষ্টিভংগী। ধনী-দুখীয়াৰ মাজত সংগ্ৰাম আৰু সংঘাতৰ ইতিবৃত্ত দাঙি ধৰাৰ প্ৰসংগত তেওঁ কেতিয়াবা সাম্যবাদী নীতিৰো পৃষ্ঠপোষকতা কৰিছে। 'মাটি কাৰ'ত তেওঁ ঘোষণা কৰিছে— 'নাঙল যাৰ মাটি তাৰ' এই বাণী। তথাপি তেওঁৰ মূল ধাৰণা ৰক্তক্ষয়ী সশস্ত্ৰ সংগ্ৰামৰ ধ্যান-ধাৰণাত আবদ্ধ নহয়। অহিংস আন্দোলনতহে তেওঁ আস্থাশীল।

বৰ্তমান যুগত প্ৰত্যক্ষভাৱে সামন্তীয় শাসন ব্যৱস্থা নাই আৰু জমিদাৰ সামন্ত প্ৰভুত্ব দেখ দেখকৈ সমাজত বৰ্তি থকা নাই। তথাপি এতিয়াও সামন্তীয় পদ্ধতিৰ শাসন-শোষণ অসমৰ গ্ৰাম্য জীৱনৰ পৰা সম্পূৰ্ণ ৰূপে অন্তৰ্হিত হোৱা নাই। এতিয়া গাঁৱৰ সমাজ জীৱন পৰিচালিত হয় ধনী, মহাজন, সমাজপতি আৰু মাটিগিৰিৰ মৰ্জিৰ দ্বাৰা। ডেকাৰ উপন্যাসত আমি দেখা পাওঁ এদল শিক্ষিত গাঁৱলীয়া যুৱক-যুৱতী, যিসকল দেশীয় ঐতিহ্য আৰু সৰ্বসাধাৰণ ৰাইজৰ প্ৰতি গভীৰ আস্থাশীল আৰু শ্ৰদ্ধাশীল। সামন্তীয় প্ৰভুসকলৰ আদৰ্শৰ ধ্বজাবাহক বৰ্তমান সমাজৰ লাইখুটাস্বৰূপ, ধনী মহাজনৰ স্বৰূপ এইচাম শিক্ষিত দেশপ্ৰেমী ডেকা-গাভৰুৱে উন্মোচন কৰিবলৈ ব্ৰতী হৈছে। ফলত তেওঁলোকৰ সৈতে ধনিক শ্ৰেণীৰ সংঘাত অনিবাৰ্য হৈ উঠিছে। প্ৰশাসন তথা আৰক্ষী বাহিনীৰ সৈতে ধনী শ্ৰেণীৰ এই ধৰণৰ মিতিৰালি দৰাচলতে ক্ষয়িষ্ণু সামন্তীয় ব্যৱস্থাটোকে টিকাই ৰখাৰ অপ কৌশলহে। এইদৰেই আৰক্ষী আৰু ধনিক শ্ৰেণীৰ মিতিৰালিৰ বাবেই বিচাৰৰ বাণী নীৰৱে নিভৃতে কান্দিব লগা হৈছে। তথাপি এনে ক্ষেত্ৰতো অৱশেষত সততা, নৈতিকতা আৰু জনতাৰ সন্মিলিত শক্তিৰেই জয় ঘোষণা কৰা হৈছে।

বিদেশী প্ৰব্ৰজনে অসমৰ আৰ্থিক আৰু সামাজিক দিশত আনি দিয়া বিশৃংখলা আৰু নানা ধৰণৰ সমস্যাৰ প্ৰতিও ঔপন্যাসিকে আলোকপাত

কৰিছে। এসময়ত বৃহত্তৰ বাংলা গঠনৰ স্বপ্ন দেখা উচ্চাভিলাষী মনোভাবাপন্ন কতিপয় বঙালী বুদ্ধিজীৱী আৰু কিছুমান কলিকতীয়া বাতৰি কাকতৰ অশুভ ভূমিকাৰ কথাও ঔপন্যাসিকে পাঠকক জানিবলৈ দিছে। লগতে ব্ৰহ্মপুত্ৰ উপত্যকাত সুদীৰ্ঘ দিন ধৰি বসবাস কৰি থকা আৰু ক্ৰমাগতভাৱে অসমীয়া ভাষা, সাহিত্য, সংস্কৃতিকে আপোন বুলি সাবটি লোৱা অনাঅসমীয়া তথা বঙালীসকলৰ দৃষ্টিভংগীৰ শুভ বাসনাকো লেখকে সহৃদয়ভাৱে অংকন কৰিছে। সুনীল আৰু তেওঁৰ ভনীয়েক এনে আদৰ্শৰে প্ৰতিভূ (ইতিহাসে সকীয়ায়)।

হিতেশ ডেকাৰ উপন্যাসৰ মূল আকৰ্ষণ আৰু আটাইতকৈ কৃতিত্বপূৰ্ণ দিশটো হ'লঃ গাঁৱলীয়া সমাজ আৰু জীৱন পৰিক্ৰমাৰ যথাযথ ৰূপায়ণ। বিভিন্ন ঋতুৱে আনি দিয়া গ্ৰাম্য প্ৰকৃতিৰ বিচিত্ৰ ৰূপ আৰু তাৰে ফলত বিৱৰ্তিত হোৱা গাঁৱলীয়া নৰ-নাৰীৰ মানসিক অৱস্থাৰ নিখুঁত চিত্ৰণ ডেকাৰ উপন্যাসত বিধৃত হৈছে। এইবাবেই তেওঁৰ উপন্যাস বিশেষকৈ 'এয়েতো জীৱন', 'আজিৰ মানুহ', প্ৰভৃতি পঢ়িলে আমাৰ মনত পৰে অমৰ কথাশিল্পী বিভূতিভূষণ বন্দোপাধ্যায়ৰ 'পথেৰ পাঁচালী', 'অপৰাজিতা'লৈ, বীণা বৰুৱাৰ 'জীৱনৰ বাটত' আৰু চৈয়দ আব্দুল মালিকৰ 'সূৰুযমুখীৰ স্বপ্ন' আৰু 'ৰূপাৰবীৰ পলস'লৈ।

ডেকাৰ উপন্যাসৰ কাহিনী সৰল-সহজ অথচ চিত্তাকৰ্ষক। একো একোটি কাহিনীৰ মাজেৰে তেওঁ মানৱ জীৱনৰ সুখ-দুখ, হাঁহি-কান্দোনৰ মেলাৰ আয়োজন কৰিছে। সমাজৰ বিচিত্ৰ ধৰ্মী মানুহৰ আগমন ঘটিছে এই মেলালৈ। বিভিন্ন-বিচিত্ৰ মানসিকতা সমৃদ্ধ নানা ধৰণৰ মানুহৰ সমাগমেৰে মুখৰিত এই মেলাখনেই হ'ল আমাৰ সংসাৰ মানৱ জীৱন। গীতি কবি যতীন্দ্ৰনাথ দুৱৰাই কোৱা 'হাঁহি আৰু চকুলোৰ মধুৰ মিলন, এয়ে হায় মানৱ জীৱন' কথাষাৰৰ সাৰ্থক অভিব্যক্তি হ'ল ডেকাৰ 'এয়েতো জীৱন', 'আজিৰ মানুহ', 'নতুন পথ' প্ৰভৃতি উপন্যাস।

কাহিনীৰ দৰেই ডেকাৰ চৰিত্ৰসমূহো অতি সজীৱ আৰু আকৰ্ষণীয়। বাৰেবৰণীয়া চৰিত্ৰসমূহৰ ভিতৰত আছে— নানা ধৰণৰ অবৈধ কামৰ সাক্ষী কাঞ্চন পেহী আৰু জেতুকী বাই (এয়েতো জীৱন), সহনশীলা ধৰিত্ৰীৰ দৰে লক্ষ্মীৰূপিণী ন-বৌৱেক কল্যাণী, সৰলতাৰ প্ৰতীক শান্ত সমাহিত চৰিত্ৰৰ নীলিমা (আজিৰ মানুহ), আছে ধনৰ অহংকাৰত অহংকাৰী আৰু ৰূপৰ গৰ্বত গৰ্বিতা নাৰী বীণাপাণি (আজিৰ মানুহ), সংসাৰত

শত যন্ত্ৰণা মূৰ পাতি সহ্য কৰা উমা (এয়েতো জীৱন), ধনী পুত্ৰৰ বিলাস আৰু কামনাৰ বলি হোৱা, প্ৰেমৰ আওভাও বুজি নোপোৱা নিম্ন জাতৰ ছোৱালী সত্যপ্ৰভা (আচল মানুহ), সমাজৰ অন্ধ গলিত বাস কৰি থকা লাখপতিৰ বিলাস সংগিনী ভাগ্য বিড়ম্বিতা নাৰী দিলাৰা (আচল মানুহ), স্বামীৰ প্ৰেম-অনুৰাগৰ পৰা বঞ্চিতা, সমাজৰ দুষ্ট বুদ্ধিৰ লোকৰ দ্বাৰা নিগৃহীতা ৰমলা (আচল মানুহ), লগতে আছে আদৰ্শ মহিলা তথা মাতৃৰূপৰ সাক্ষাৎ পৰাকাষ্ঠাস্বৰূপা দুঃখিনী মহেশৰ মাক (আজিৰ মানুহ) আৰু সত্যপ্ৰভাৰ মাক (আচল মানুহ)।

পুৰুষ চৰিত্ৰৰ ভিতৰতো আছে ৰামৰ দৰে কৰ্তব্যনিষ্ঠ ককায়েক মাধৱ, লক্ষ্মণৰ দৰে ভাতৃ প্ৰতাপ (আজিৰ মানুহ), মহেশৰ দৰে দেশ আৰু সমাজক ভাল পাই হাঁহি-মুখে কাৰাগাৰলৈ যোৱা যুৱক (আজিৰ মানুহ), বিজয়ৰ দৰে ত্যাগী আৰু সততাশ্ৰয়ী ডেকা (নতুন পথ), একেদৰেই আছে সমন্বয়ৰ প্ৰতীক অৰুণ (ইতিহাসে সকীয়ায়), সংসাৰৰ ঘাত-প্ৰতিঘাতৰ পোৰ-খোৱা জীৱন অভিজ্ঞতাৰে শিক্ষিত, লোকচক্ষুত সমাজবিৰোধী অথচ পৰোপকাৰী যুৱক মদন (আচল মানুহ) আৰু আছে সকলো ধৰণৰ অন্যায় অপকৰ্মৰ ধ্বজাবাহী সামন্ত প্ৰভুৰ অন্তিম প্ৰতিনিধিস্বৰূপ গোপীকান্ত বৰুৱা (আজিৰ মানুহ)।

এনে ধৰণৰ বিচিত্ৰধৰ্মী অসংখ্য চৰিত্ৰৰ উপস্থিতিৰে ডেকাৰ প্ৰতিখন উপন্যাসেই যেন মহামানৱৰ সংগমস্থলীত পৰিণত হৈছে। তেওঁৰ চৰিত্ৰ চিত্ৰণৰ বিশেষ দিশ এয়ে যে প্ৰত্যেকটো চৰিত্ৰই একো একোটি দিশত পূৰ্ণতাৰ স্বাক্ষৰবাহী।

সংলাপসমূহো সৰল-সহজ যদিও সিবোৰ অৰ্থবহ, সংবেদনশীল আৰু কেতিয়াবা ইংগিতবাহীও হৈ উঠিছে। মানৱ মনৰ গভীৰ ৰহস্য যিদৰে সেইবোৰৰ মাজেৰে ব্যক্ত হৈছে, সেইদৰে দেশ-বিদেশৰ সাহিত্য-গাঁথা আৰু আৰ্থ-সামাজিক উত্থান-পতনৰ চিত্ৰও প্ৰতিফলিত হৈছে।

মুঠতে হিতেশ ডেকাৰ উপন্যাসৰাজিৰ মাজেৰে ঔপন্যাসিকৰ জীৱন পৰিক্ৰমাৰ বিচিত্ৰ অভিজ্ঞতা নিখুঁত আৰু সহৃদয় হৃদয়-সংবাদীৰূপে ৰূপায়িত হৈছে।

# “মই কলমৰ মূল্য পাইছো”

## সাহিত্য সভাৰ নৱনিৰ্বাচিত সভাপতি শ্ৰীহিতেশ ডেকা

ৰবীন শইকীয়া

অসম সাহিত্য সভাৰ আগন্তুক সৰ্থেবাৰী অধিৱেশনৰ সভাপতি নিৰ্বাচিত হৈছে প্ৰথিতযশা সাহিত্যিক শ্ৰীহিতেশ ডেকা। ১৯১৭ চনত জন্মলাভ কৰা অসম সাহিত্য সভাক লৈ বিভিন্ন মহলত আলোচনা, সমালোচনাৰো অন্ত নাই। সাহিত্য সভাৰ সম্পৰ্কে সঘনে বিভিন্ন মহলত আলোচনা হোৱাৰ সময়তে ৰাজ্যখনৰ প্ৰথিতযশা সাহিত্যিক শ্ৰীহিতেশ ডেকা সভাপতি নিৰ্বাচিত হোৱাত সাহিত্য সভাৰ বিভিন্ন দিশত তেওঁৰ মনোভাৱ জানিব বিচাৰি কাষ চাপিছিলো ২৮ নৱেম্বৰত। জন্মৰ পৰা বৰ্তমানলৈকে সাহিত্য সভাৰ কিবা পৰিৱৰ্তন হৈছে নেকি বুলি সোধা এটা প্ৰশ্নৰ উত্তৰত শ্ৰীডেকাই কয়, যোৱা ৩৫ বছৰ ধৰি মই সাহিত্যসভাৰ লগত জড়িত আছো আৰু এই সময়খিনিৰ ভিতৰতহে মই দেখা পৰিৱৰ্তনৰ কথা উল্লেখ কৰি খোজো। সাহিত্য সভাই ১৯৬০ চনৰ আগৰ সময়খিনি অসমীয়া ভাষা ৰক্ষাৰ বাবে সংগ্ৰাম কৰিবলগা হোৱা বাবে সাহিত্যচৰ্চাৰ ক্ষেত্ৰত কৰিবলগা হোৱা বাবে সাহিত্য চৰ্চাৰ ক্ষেত্ৰত কৰিবলগীয়াখিনি আশানুৰূপভাৱে কৰিব পৰা নাছিল। ৬০ ৰ দশকৰ পিছৰ পৰা সাহিত্যৰ পিনে মনোনিবেশ কৰিবলৈ লয়। ৬০ ৰ পৰা ৮০ দশকলৈকে এই কুৰি বছৰ সাহিত্য সাধনাত পূৰ্ণ কাল নিয়োগ কৰিবলৈ সক্ষম হয়। ৮০ চনৰ পিছৰ পৰাই পুণৰ জাতীয় সংকটৰ যুগ আছিল আৰু সেয়ে এই জাতিৰক্ষাৰ বাবে পৰৱৰ্তী সময়ত সাহিত্য সভাই পুণৰ বহুত যত্ন কৰিবলগা হয়। সেয়েহে ৬০ ৰ দশকৰ পৰাহে সাহিত্যৰ বিভিন্ন দিশত গতি কৰি স্বীকৃতি আৰু নিজৰ শ্ৰেষ্ঠতা আদায় কৰিবলৈ সভাই সক্ষম হয়। সাহিত্য সভাৰ পৰিৱৰ্তনৰ কথা ক’লে সেয়ে প্ৰথমে ভাষাৰ বাবে সংগ্ৰাম, দ্বিতীয়ত সৃষ্টিশীল সাহিত্যসাধনা আৰু তৃতীয়ত জাতিৰক্ষাৰ বাবে চিন্তা কৰিবলগা হোৱা ধাৰাকেইটাৰ কথা বিশেষভাৱে উল্লেখ কৰা প্ৰয়োজন।

সাহিত্য সভাক সম্প্ৰতি ভিন্ন মহলে নানা অভিযোগ আনি সমালোচনা

কৰা দেখা গৈছে। এই বিষয়ে প্ৰশ্ন কৰাত নৱনিৰ্বাচিত সভাপতিগৰাকীয়ে কয়, সাহিত্যক্ষেত্ৰত ভিন্ন দল আৰু মতবাদপুষ্ট মানুহ আছে। সেয়ে সমালোচনা অহাটো স্বাভাৱিক। বিভিন্ন ব্যক্তিৰ প্ৰৱেশ হোৱাত একাংশ খিলঞ্জীয়া মানুহৰ এই অনুষ্ঠানটিৰ প্ৰতি কেতিয়াবা বিৰূপ মনোভাৱ হয়তো আহিছে আৰু দুই-একে বিৰূপ সমালোচনা কৰিছে। সাহিত্য সভাই অৱশ্যে ৰাজনৈতিকৰ দৰে কাম কৰিব নোৱাৰে। অনুষ্ঠানটিৰ প্ৰতি ৰাইজৰ যথেষ্ট আস্থা আছে আৰু সেই সজীৱতাৰ বাবেই আলোচনা-সমালোচনা হৈছে। ইয়াৰ বাবে মই ক্ষুণ্ণ নহয় বৰং গৌৰৱান্বিতহে হৈছো। ৰাজ্যখনৰ স্বাৰ্থত ভিন্ন মতবাদক ঐক্যবদ্ধ কৰিবৰ বাবে চেষ্টা কৰাটো প্ৰয়োজন।

আপোনাৰ কাৰ্যকালত সভাৰ কাম কৰাৰ বিশেষ কিবা পৰিকল্পনা আছে নেকি? পৰিকল্পনা আছে যদিও দায়িত্ব লোৱাৰ পিছতহে সেই বিষয়ে জনাম।

সাহিত্য সভা বৰ্তমানৰ মেলামুখি ধাৰা সম্পৰ্কে প্ৰশ্ন কৰাত সভাপতি শ্ৰীফুকনে মনোভাৱ ব্যক্ত কৰিলে এনেদৰে— মানুহ বেছি হ'লে সভাৰ শোভা পায়। মানুহৰ মনঃপুত হৈছে বাবেই মানুহ সভালৈ যায়। সভা আৰু সাহিত্য চৰ্চাৰ মাজত পাৰ্থক্যও আছে। সাহিত্য চৰ্চাত মানুহৰ প্ৰয়োজন নাই; কিন্তু সভাত মানুহ বেছি হোৱাটোৱে তাৰ বিশালতাকে বুজায়।

সাহিত্য সভাত ৰাজনৈতিক নেতাৰ প্ৰৱেশ সম্পৰ্কত মনোভাৱ জানিব বিচাৰোতে সভাপতিগৰাকীয়ে জনালে— সাহিত্য, ৰাজনীতি আৰু জাতীয় চৰিত্ৰৰ মাজত ওতঃপ্ৰোত সম্পৰ্ক আছে। সাহিত্য আৰু ৰাজনীতি দুটা কাল। সাহিত্য যদি মন ৰাজনীতি তাৰ মগজু। দুয়োটা একেলগ হ'লে কেতিয়াবা সংঘৰ্ষও হয়। ৰাজনীতিত ভিন্ন স্বাৰ্থান্বেষী মানুহ থাকে। ৰাজনৈতিক নেতাক লৈ সাহিত্য সভা আগবঢ়াটো মই নিবিচাৰো। এই ক্ষেত্ৰত যেনোক দেখি দূৰাব মাৰো এই নীতিৰো পিছে মই বিৰোধিতা কৰো। সাহিত্য সভাৰ সভাপতি নিৰ্বাচিত হোৱাৰ সম্পৰ্কত, কলমৰ মূল্য পাইছো বুলি তেখেতে ব্যক্ত কৰে।

# হিতেশ ডেকাক মই যি দৰে জানো

গোকুল ডেকা

হিতেশ ডেকা বয়সত মোতকৈ ডাঙৰ, অগ্ৰজ ভাতৃপ্ৰতিম। ঘৰুৱা জীৱনত তেখেত মোৰ পৰামৰ্শদাতা, সামাজিক জীৱনত মোৰ হিতাকাংক্ষী। ব্যৱহাৰ আৰু কথা-বতৰাত আমাৰ দুয়োৰো বয়সৰ সীমা নাই, আমি দুয়ো পৰম বন্ধু। চৰকাৰী চাকৰি কৰি ভাড়া ঘৰত থাকি থাকি আমনি লগা জীৱনত অসমৰ বিভিন্ন ঠাইত কেইবাবাৰো কেতিয়াবা বিশিষ্ট অতিথি, কেতিয়াবা নিৰ্দিষ্ট বক্তা আৰু কেতিয়াবা সভাপতি হিচাপে তেখেতক লগ পাই আহিছো। মই য'ত থাকো আৰু তালৈ যদি তেখেত নিমন্ত্ৰিত হয় তেন্তে নিঃসন্দেহে সেই দিনটিৰ বাবে তেখেত হৈ পৰে মোৰ পৰিয়ালৰ অন্যতম সদস্য সদৃশ।

এইজনা কথা চহকী ব্যক্তিৰ লগত মোৰ ঘনিষ্ঠ সান্নিধ্য ঘটাৰ আগতে তেখেতৰ বিখ্যাত উপন্যাস 'আজিৰ মানুহ' পঢ়াৰ সুযোগ পাওঁ ১৯৫৩ চনত। মই তেতিয়া স্কুলৰ তলৰ শ্ৰেণীৰ ছাত্ৰ। সেই সময়ত স্কুলত পঢ়া ল'ৰা-ছোৱালীক অভিভাৱকে উপন্যাস পঢ়িব নিদিছিল। গতিকে মই অভিভাৱকে নজনাকৈ 'আজিৰ মানুহ'ৰ লগতে বঙালী ভাষাৰ 'আৰব্য উপন্যাস'খনো মনে মনে পঢ়িছিলো। সেই সময়ত হিতেশ ডেকা কোন, ক'ৰ মানুহ সেইবোৰ একোকে জনা নাছিলো। জনাৰ প্ৰয়োজন বুলিও ভবা নাছিলো। তেখেতৰ লগত মোৰ প্ৰথম পৰিচয় হয় ১৯৬২ চনতহে। মই তেতিয়া দৰং কলেজ আলোচনীৰ সম্পাদক। আলোচনীখনত পোনপ্ৰথমবাৰৰ বাবে খোলা প্ৰশ্নোত্তৰ-শিতানত অন্তৰ্ভুক্ত কৰা হৈছিল তেখেতলৈ লিখা এটি প্ৰশ্নৰ বিশ্লেষণধৰ্মী উত্তৰ। তেখেতক প্ৰশ্ন কৰা হৈছিল— 'কলেজীয়া সৰহভাগ ছাত্ৰই দেখো প্ৰেমৰ কথা আলোচনা কৰি আৰু প্ৰেমৰ কথাকে লিখি ভাল পায়। কিয়?' এই সাধাৰণ প্ৰশ্নটোৰ উত্তৰ তেখেতে দিছিল এইদৰে— 'ই অকল বয়সৰ দোষেই নহয়, ই বৰং বয়সৰ দাবী। ...সামাজিক ভোজমেলত ভোজনৰ আলোচনা, যৌৱনৰ মহাভোজত প্ৰেমৰ আৰাধনা ই স্বাভাবিক; কিন্তু ৰাজনীতিজ্ঞই ভোজমেলত

খোৱাৰ আলোচনা নকৰি ৰাজনৈতিক সমস্যাৰ বিষয়ে আলোচনা কৰাৰ দৰে আদৰ্শবাদী ছাত্ৰই কলেজত সমনীয়াৰ লগত প্ৰেমৰ কথাকে আলোচনা নকৰি উচ্চ বিষয় আৰু মহৎ আদৰ্শৰ আলোচনা কৰে।' তাহানিতে কোৱা ডেকাদেৱৰ এই কথাষাৰ আজিও ছাত্ৰসকলৰ বাবে এক অৰ্থপূৰ্ণ বাণী বুলি ভাবো।

ঘৰুৱা সাধাৰণ কথাৰে উদাহৰণ দি একোটা গভীৰ বিষয়ো ৰসোত্তীৰ্ণ কৰাত সিদ্ধহস্ত ডেকাদেৱক ১৯৭০ চনত তেজপুৰত অনুষ্ঠিত এক সাংস্কৃতিক সভাত লগ পাই কথা প্ৰসংগত মই তেখেতক 'ৰসজ্ঞ ব্যক্তি' বুলি আখ্যা দিয়াত তেখেতে কথাষাৰৰ অৰ্থ অন্য পিনে টানি নি হাঁহি হাঁহি ৰপহকৈ ক'লে, "ঠিকেইতো, মই সঁচাকৈয়ে ৰসজ্ঞ। অৰ্থাৎ ৰসৰ অজ্ঞ। ৰস কি মই নাজানো। ভালকৈ চিনি পাওঁ ৰসগোলাৰ ৰস, ৰব জুতি লগা ৰস। ৰসগোলাৰ ৰস কিন্তু ক্ষন্তেকীয়া আৰু সাহিত্যৰ ৰস যুগমীয়া। এই ৰসৰ জন্মদাতা মানুহ। মানুহৰ সমষ্টিয়েই সমাজ। এই সমাজেই হ'ল সাহিত্যৰ ভেঁটি। মানুহ আৰু সমাজক বাদ দি সাহিত্য হ'ব নোৱাৰে। অৱশ্যে সাহিত্য সৃষ্টিৰ বাবে দেশ-বিদেশ ঘূৰিব নালাগে। খেতিপথাৰত হাল বাই থকা হালোৱাজনক লৈয়ে আমি ৰসাল অথচ অমৰ সাহিত্য সৃষ্টি কৰিব পাৰো। কিন্তু আমাক লাগে সাধনা আৰু সাহস।' এইদৰে একোটা অতি সাধাৰণ কথাকে ৰসৰ মাজেৰে আগবঢ়াই নি তাৰ গভীৰতা প্ৰকাশ কৰিব পৰাটোৱেই হ'ল ডেকাদেৱৰ বাক্‌ভংগীৰ বিশেষত্ব।

অসম সাহিত্য সভাৰ চতুঃত্ৰিংশ অধিৱেশন বহিছিল ডিব্ৰুগড়ত। সেই অধিৱেশনত যোগদান কৰিবলৈ শ্ৰীযুত ডেকাৰ লগত ময়ো গৈছিলো। তেখেতৰ অন্তহীন কথাৰ বাবে ৰাতি ট্ৰেইন ভ্ৰমণত আমাৰ শোৱা নহ'ল। ডিব্ৰুগড় পোৱাৰ লগে লগে কেইজনীমান গাভৰু আহি আমাক প্ৰতিনিধি শিবিৰলৈ মাতি নিলে। শিবিৰত উপস্থিত হোৱাৰ ক্ষন্তেক পিছতেই ৰগৰপ্ৰিয় ডেকাদেৱে মোক লাহেকৈ ক'লে, 'মোৰ নাম য'তে ত'তে আছে, কিন্তু দৰ্শনহে যাৰ-তাৰ লগত য'তে ত'তে হোৱা নাই। অনেক মানুহে 'আজিৰ মানুহ'ৰ লিখকজনক অত্যাধুনিক, ৰোমাণ্টিক ব্যক্তি বুলি ভাবি থাকে। পিছে সেইজনেই এই ক'লা-মলা ঠগ নোহোৱা হিতেশ ডেকা বুলি চিনাকি কৰি দিলে মানুহৰ ইম্প্ৰেছন বেলেগ হৈ যাব, চিচমকাক্ হৈ যাব। গতিকে মোক চিনাকি কৰি নিদিব।'

১৯৭৪ চন। ঢেকিয়াজুলিত অনুষ্ঠিত বঙালী বিহু উৎসৱৰ মুকলি সভাত ডেকাদেৱ আছিল বিশিষ্ট অতিথি। অসমীয়া, বঙালী অগণন ৰাইজৰ উপস্থিতি দেখি ভাষণ প্ৰসংগত তেখেতে কৈছিল, 'আমি পৰিয়াল পৰিকল্পনা কৰিব লাগে। অৰ্থাৎ অধিক সন্তান জন্ম দিব নালাগে। চাওকচোন সক পৰিয়াল হোৱাহেঁতেন আজিৰ এই সভাখনত ইমান বেছি মানুহ গোট খালেহেঁতেন নে?' অলপ গহীন হৈ পুনৰ ক'লে, 'আজি অসমৰ প্ৰকৃত অসমীয়া মানুহৰ সংখ্যা কিমান আছে? আমাৰ নিজৰ মাটিত বিদেশীয়ে বসবাস কৰি আছে। আমি আমাৰ মাটিত বিদেশীক বহুৰাতকৈ নিজৰ বংশ পৰিয়াল বৃদ্ধি কৰি সিহঁতক বহুৰাত আপত্তি কিহৰ?'

১৯৭১ চনৰ ১৪ আগষ্ট। সিদিনা ৰাতি ডেকাদেৱৰ ঘৰত মই আৰু মোৰ পৰিবাৰ আলহী। ৰাতিৰ শুবৰ সময়ত তেখেতে আমাক ক'লে, "এইখন বিছনা আপোনালোকৰ। আমাৰ বিছনা আপোনালোকৰ দৰে কোমল নহয়, টান। টান বিছনাত শুলেহে শৰীৰ টান হয়। শৰীৰ টান হ'লে কঠোৰ পৰিশ্ৰম কৰিব পাৰি। মোৰ বিছনাত তুলি নাপাব, ঢাৰীহে পাব। শ্বিলঙত থাকোঁতে টোপনি অহাৰ ভয়ত গোটেই দিন-ৰাতি আৰাম চেয়াৰত বহি বহি পঢ়িছিলো। ঘৰত পঢ়োতেও বিছনাৰ তলত এডাল লাঠি সোমাই থৈছিলো যাতে বাগৰ দিওঁতে লাঠিডাল গাত লাগি সাৰ পাওঁ। ...কিতাপ লিখো ৰাতি ৰাতি। পৰিবাৰে টোপনি আহে বুলি ভাবি মোক লাল চাহ দি যায় মনে মনে। ৰাতি পুৱালে পুনৰ কাম- খেতি আৰু চাকৰি।' কৰ্মব্যস্ত হিতেশ ডেকাদেৱে পিছদিনা পোন্ধৰ আগষ্টত তেখেতৰ ঘৰৰ পদূলিমুখত মোৰ হতুৱাই পতাকা উত্তোলন কৰোৱাৰ কথা আজিও মনত পৰে।

আজি কিছুদিনৰ আগৰ কথা। ডেকাদেৱ হৈছিল ৰোগাক্ৰান্ত। অপাৰেশ্বনৰ বাবে যাব লগা হৈছিল মাদ্ৰাজলৈ। তাৰ পৰা ৰোগমুক্ত হৈ সুস্থ শৰীৰে উভতি অহাৰ পিছত তেখেতৰ বৰপুত্ৰ ডঃ উমেশ ডেকাৰ বাসভৱনত মোক লগ পাই বৰ আনন্দ মনে কৈছিল, "মই যমৰ বন্দীশালৰ পৰা উভতি আহিছো। মই আৰু নমৰো। কাৰ্তিকৰ দৰে চিৰ যুৱক হৈয়ে থাকিম।"

এইদৰে প্ৰতিটো কথাতে এতিয়ালৈকে ডেকা ল'ৰাৰ দৰে মনৰ উদ্যম আৰু সাহসেৰে জীৱন নিৰ্বাহ কৰা কথাৰ সাগৰ ভজভজীয়া হিতেশ ডেকাৰ

ভোজনপ্ৰীতিও পাহৰিব নোৱাৰি। এতিয়া বয়স হৈ অত্যন্ত বেছিকৈ খাব নোৱাৰিলেও একে বয়সৰ বহু সমনীয়াৰ তুলনাত তেখেত এতিয়াও ভোজনত অপ্ৰতিদ্বন্দ্বী বুলি ক'ব পাৰি। ১৯৭১ চনৰ নবেম্বৰ মাহ। তেজপুৰত পদ্মনাথ গোহাঞি বৰুৱাৰ জন্ম শতবাৰ্ষিকী উৎসৱত যোগদান কৰি এসময়ৰ অসম বিধানসভাৰ উপাধ্যক্ষ, সাহিত্যিক পেন্সনাৰ শ্ৰীযুত নবীন চন্দ্ৰ কাঠ হাজৰিকাৰ ঘৰত এনিশাৰ বাবে ভাত খাবলৈ ডেকাদেৱক নিমন্ত্ৰণ জনাইছিল। লগত ময়ো। বাইদেউ শ্ৰীযুতা প্ৰতিভা কাঠ হাজৰিকাই বিধে বিধে ব্যঞ্জনৰ দিহা কৰিছে। শ্ৰীযুত কাঠ হাজৰিকা আৰু আমি দুয়ো একেখন টেবুলত ভাত খাবলৈ বহিছো। আমি দুজনে খাই শেষ কৰাৰ আগতে আলহীৰ ভাতৰ কাহি তিনিবাৰ খালী হ'ল। বাইদেৱে পুনৰ সুধিলে, "কিবা দিম নে?" ডেকাদেৱে লাগে বুলি নকৈ বেঁকাকৈ উত্তৰ দিলে, "ভাল ৰান্ধিছে। আমাৰ ঘৰত এনেকৈ জুতি লগা আঞ্জা ৰান্ধিব নাজানে, বুজিছে?" খাই বৈ উঠি আলহীয়ে শেষত মন্তব্য দিলে এইদৰে— মেলত বহি নীৰৱে থকা আৰু ভোজনত বহি লাজ কৰা উচিত নহয়।

১৯৬৬ চনৰ জুলাই মাহৰ এদিন আবেলি। মই তেতিয়া গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ ছাত্ৰ। এই বিশ্ব বিদ্যালয়ৰ পদাৰ্থ বিজ্ঞান বিভাগৰ কৰ্মচাৰী, অনাতাঁৰ শিল্পী শ্ৰীবংশীধৰ দাসৰ কোৱাৰ্টাৰত হিতেশ ডেকা আৰু মই হঠাৎ গৈ ওলালো। বংশীয়ে আমাক ক'লে, "ছাৰ পকা কঠাল আছে। অলপ খাবনে?" পেটৰ অসুখৰ বাবে মই নাখালো। শ্ৰীযুত ডেকাদেৱে চাও কেনেকুৱা কঠাল বুলি কৈ নিজে বাকলি গুচাই গোটেই কঠালটো অকলে খাই শেষ কৰি পেটটো পিহি পিহি কৈ উঠিল— আত্মা তুষ্টই ভগৱান তুষ্ট।

১৯৬৬ চনত প্ৰতিষ্ঠা কৰা হৈছিল জালুকবাৰী সাহিত্য সভা। এই সভাৰ প্ৰতিষ্ঠাপক সভাপতি আছিল হিতেশ ডেকা আৰু মই আছিলো প্ৰতিষ্ঠাপক সম্পাদক। এই শাখা সভাখনৰ সভাপতি নিৰ্বাচিত হোৱাৰ লগে লগে মই কৈছিলো, "হিতেশ ডেকা আজি এখন শাখা সভাৰ সভাপতি হ'ল।এদিন অসমীয়া ৰাইজে তেখেতক অসম সাহিত্য সভাৰ সভাপতি পাতিব।" তেতিয়া ৰগৰ কৰি ডেকাদেৱে কৈছিল, "অসম সাহিত্য সভাই গাড়ীগাঁৱৰ চুকত থকা এই অজ্ঞজনক বিচাৰি সভাপতি পাতি ভুল কৰিব নে?"কিন্তু সাহিত্য সভাই ভুল নকৰিলে। কিছু দেৰিকৈ হ'লেও

তেখেতক এইবাৰ অসম সাহিত্য সভাৰ ৬১ তম্ সৰ্থেবাৰী অধিবেশনৰ সভাপতি পদত অধিষ্ঠিত কৰা হ'ল। ডেকাদেৱে এবাৰ কথা মাজে সময়ে ৰগৰ কৰি কয়, "মই 'বাৰী'ৰ পৰা বাহিৰলৈ যাব নোৱাৰিলো। মোৰ জন্মস্থান সৰ্থেবাৰীত, উচ্চ শিক্ষা নলবাৰীত আৰু বাসস্থান জালুকবাৰীত।" সঁচাকৈয়ে অতি তাৎপৰ্যপূৰ্ণভাৱে তেখেতে নিজৰ বাৰীতে (সৰ্থেবাৰী) অসম সাহিত্য সভাত সভাপতিত্ব কৰাৰ সুযোগো পালে। ই কম গৌৰৱৰ কথা নহয়।

অসম সাহিত্য সভাৰ সভাপতি নিৰ্বাচিত হোৱাৰ পিছতেই তেখেতৰ বাসস্থান জালুকবাৰীত আয়োজন কৰা এক প্ৰীতিভোজত যোগ দি মই ব্যক্তিগতভাৱে তেখেতক সম্বৰ্দ্ধনা জনাওতে তেখেতে পূৰ্বৰ কথা সোঁৱৰাই কৈছিল, "ইয়াৰ বাবে আপুনি প্ৰথম দায়ী। ১৯৬৬ চনতে আপুনি মোৰ এই পদটিৰ বাবে গুটি কই থৈছিল। সংকটপূৰ্ণ বছৰ এটিত আজি সেই গুটি গজিল। এনেহেন এটি বছৰতে মোক সাহিত্য সভাৰ গুৰিয়াল পতা হ'ল। সংকটৰ টৌবোৰ কাটি কাটি পাৰ হ'বলৈ হ'লে লগৰ নাৱৰীয়াসকলে মোক সহায় কৰিব লাগিব। নাৱৰীয়াসকলৰ বলেই গুৰিয়ালৰ বল।" তেখেতৰ এই গভীৰ অৰ্থপূৰ্ণ কথাষাৰ আমি আটায়ে মনত ৰখা উচিত।

শ্ৰীযুত ডেকাই নিজৰ জীৱন যুদ্ধত অৱতীৰ্ণ হৈ নানা ঘাত-প্ৰতিঘাতৰ মাজেৰে আগবাঢ়ি উপযুক্ত ফল প্ৰাপ্তিৰ আনন্দ লাভ কৰি সুখী হ'ব পাৰিছে বুলি আমাৰ দৃঢ় বিশ্বাস। হতাশা-নিৰাশাই কোনো দিনে টলাব নোৱাৰা সদ্য হাস্যময়, কঠোৰ পৰিশ্ৰমী, মিষ্টভাষী, সৎ গুণৰ অধিকাৰী, সাহিত্য-সংস্কৃতিৰ যোগ্য পূজাৰী শ্ৰীযুত হিতেশ ডেকা আমাৰ সকলোৰে আদৰৰ, গুণগ্ৰাহী আৰু সহজ-সৰল আদৰ্শ পুৰুষ।

মানুহ হিচাপে তেখেত যিমান স্পষ্টবাদী আৰু নিৰ্ভীক, মানুহৰ সঁচা জীৱনক লৈ ৰচনা কৰা উপন্যাস, গল্প, নাট আৰু প্ৰবন্ধৰাজিৰ মাজতো তেখেতৰ স্পষ্টবাদিতা, নিৰ্ভীকতা আৰু বাক্‌পটুতাৰ সম্যক পৰিচয় পোৱা যায়। সঁচা কথা পোনপটীয়াকৈ প্ৰকাশ কৰাত তেখেতে কেতিয়াও ভয় নকৰে। সঁচা কথা স্পষ্টভাৱে প্ৰকাশ কৰাৰ এক উজ্জ্বল নিদৰ্শন হ'ল তেখেতৰ 'মাটি কাৰ?' উপন্যাস, যিখনৰ বাবে তেখেত ৰাজৰোষত পৰি পলাতক অৱস্থাত থাকিবলগীয়া হৈছিল। অথচ তেখেত কেতিয়াও বিচলিত হোৱা নাছিল।

ঘৰুৱা আৰু সামাজিক জীৱনত কঠোৰতাৰ সন্মুখীন হৈয়ো খোপত খোপে উন্নতি লাভ কৰা প্ৰথিতযশা কথা সাহিত্যিক শ্ৰীযুত হিতেশ ডেকা আজি সাহিত্য সভাৰ কাণ্ডাৰী। এইজনা কাণ্ডাৰীৰ বলিষ্ঠ নেতৃত্বত অসম সাহিত্য সভা মহিমামণ্ডিত হওক। অসমীয়া সাহিত্যৰ শ্ৰীবৃদ্ধি হওক। তেখেত দীৰ্ঘজীৱী হওক।

# শিক্ষাগুৰু হিতেশ ডেকা— এটি বহুমুখী ব্যক্তিত্ব

মঃ আব্দুল আজিজ

'আজিৰ মানুহ' আৰু 'মাটি কাৰ' পঢ়াৰ পিছত উপন্যাস দুখনৰ মনোগ্ৰাহী বিষয়-বস্তুৰ প্ৰতি আকৃষ্ট হোৱাৰ লগে লগে ইয়াৰ লিখকজনৰ বিষয়ে জনাৰ আগ্ৰহ হোৱাটো স্বাভাৱিক। ঔপন্যাসিক শ্ৰীযুত হিতেশ ডেকাৰ প্ৰতি মনত বহুত কিবা কিবি ধাৰণাই বাহ লৈছিল। জালুকবাৰী হাইস্কুলৰ নৱমমানৰ প্ৰায় বিশ-পঁচিশজনীয়া ছাত্ৰৰ প্ৰায় আটাইৰে লুকাই-চুৰকৈ 'আজিৰ মানুহ' পঢ়াৰ পিছত প্ৰতাপ আৰু নীলিমাৰ কাহিনীৰ লগতে শ্ৰীযুত ডেকা সম্পৰ্কে আলোচনা হৈছিল। সকলোৰে ধাৰণা হৈছিল যে শ্ৰীযুত ডেকা এজন সকলোৰে মন হৰণ কৰিব পৰা সুদৰ্শন পুৰুষ হ'ব। তেতিয়ালৈকে আমি কোনেও সাহিত্যিকক দেখা পোৱা নাছিলো। গতিকে শ্ৰীযুত হিতেশ ডেকাক দেখা পোৱাৰ কোনোৱে আশাও কৰা নাছিলো।

তেনে উগুল-থুগুল লগা অৱস্থাতে আন শিক্ষকসকলৰ পৰা শুনিবলৈ পালো যে ইমান দিনে আমাৰ মনৰ কেমেৰাত যিজন মানুহৰ এখন সুন্দৰ ছবি তুলি লৈছিলো, সেইজন হিতেশ ডেকা সোঁশৰীৰে আমাৰ মাজত উপস্থিত হ'ব। কাৰণ তেখেত আমাৰ বিদ্যালয়তে শিক্ষক হিচাপে নিযুক্তি পাইছে। আৰু দুই-এদিনৰ ভিতৰতে আমাক পঢ়ুৱাবলৈ আহিব। আমি তেতিয়া মনত এনে ধৰণৰ শিহৰণ অনুভৱ কৰিছিলো। সঁচাকৈয়ে দুদিনমান পিছতেই ঔপন্যাসিক হিতেশ ডেকা, আমাৰ সকলোৰে শ্ৰদ্ধাৰ ডেকা ছাৰ হিচাপে আমাৰ বিদ্যালয়ত উপস্থিত হ'লহি। তেতিয়াৰ পৰাই (১৯৫৭) আজিলৈকে শিক্ষা গুৰু হিচাপে, সহকৰ্মী হিচাপে আৰু এজন ওচৰ-চুবুৰীয়া হিচাপে তেখেতৰ সান্নিধ্য পাই আহিছো।

**শিক্ষাগুৰু হিচাপেঃ** পৰম পূজনীয় শিক্ষাগুৰু শ্ৰীযুত হিতেশ ডেকাদেৱে আমাক অসমীয়া আৰু বুৰঞ্জী পঢ়ুৱাইছিল। তেখেতৰ সাহিত্যিক প্ৰতিভা আৰু শিক্ষণ প্ৰণালীৰ বিষয়ে তেখেতৰ সংস্পৰ্শলৈ নহাসকলে ধাৰণা কৰা

কঠিন হ'ব। বিষয়-বস্তুৰ ওপৰত ছাৰৰ জ্ঞান ইমান গভীৰ যে যিকোনো পাঠ অতি মনোগ্ৰাহীকৈ বুজাব পাৰে। ছাত্ৰৰ মন বুজি লাগতিয়াল কথাখিনি ইমান ৰসাল ভাষাৰে বুজাইছিল যে আমি বিভোৰ হৈ পৰিছিলো। কেতিয়া ঘন্টা বাজিল তাৰ খবৰেই আমাৰ নহৈছিল। কেতিয়াবা ঘন্টাৰ শব্দ ডাঙৰকৈ পৰিলে বা ৰাস্তাৰে যোৱা গাড়ীৰ শব্দ ডাঙৰকৈ হ'লে আমি চক্ খাই উঠিছিলো। বুৰঞ্জীৰ ঘটনাবোৰো ইমান ধুনীয়াকৈ বুজাইছিল যেন ঘটনাটো অতীতৰ নহয়, তেখেতে দেখি-শুনিহে আমাৰ আগত বৰ্ণনা কৰিছে। চক পেন্সিল, ব'ৰ্ডৰ সহায় নোলোৱাকৈ ছাৰে আমাক যি ৰসালভাৱে ব্যাকৰণ বুজাইছিল, অতি কৃতি শিক্ষকেও হয়তো ছাত্ৰ-ছাত্ৰীক ব্যাকৰণ তেনেদৰে মনোগ্ৰাহীকৈ বুজাব নোৱাৰিব।

**সহকৰ্মী স্বৰূপেঃ** ১৯৬৪ ইং চনৰ পৰা ১৯৭৭ ইং চনলৈ জালুকবাৰী হাইস্কুলত (বৰ্তমান হায়াৰ ছেকেণ্ডাৰী) স্কুলত শিক্ষক হিচাপে নিযুক্তি পোৱাত ছাৰৰ সৈতে সহকৰ্মী হিচাপে লগ লাগো। সেই কালছোৱাত শ্ৰীযুত ডেকা ছাৰৰ সৈতে আৰু আন কেইবাগৰাকী আমাক পঢ়ুওৱা শিক্ষাগুৰুৰ লগত একেলগে কাম কৰাৰ সৌভাগ্য হৈছিল। শিক্ষাগুৰুৰ লগত শিক্ষকতা কৰাত মোৰ মতে আমেজ আছে। স্কুলীয়া শিক্ষাৰ কালত গুৰুৰ পৰা লোৱা শিক্ষাৰ পৰিবৰ্দ্ধনৰ বাবে শিক্ষণীয় পদ্ধতিবোৰ গুৰুৰ পৰা শিকি লোৱাত সহজ হৈ পৰে। মই অন্যান্য শিক্ষাগুৰুৰ লগতে শ্ৰীযুত ডেকা ছাৰৰ পৰা অধিক শিক্ষা লাভ কৰিছিলো। ছাৰ সহকাৰী প্ৰধান শিক্ষক হিচাপে কাৰ্যনিৰ্বাহ কৰিবলগীয়া হোৱা হেতুকে Proxy class ৰ আন শিক্ষকে আপত্তি কৰে বাবে মোৰ ভাগত বেছি পৰিছিল। ময়ো ছাৰৰ আদেশ পালন কৰি আনন্দহে পাইছিলো। শ্ৰীযুত ডেকা ছাৰ স্কুলৰ প্ৰাণকেন্দ্ৰ আছিল। প্ৰধান শিক্ষক যিয়েই নাথাকক লাগিলে, তেখেত ডেকা ছাৰৰ ওপৰত দায়িত্ব অৰ্পণ কৰি নিশ্চিন্ত হ'ব পাৰিছিল। স্কুলৰ মুখপত্ৰ 'কুঁহিপাত' তেখেতৰ অনুপ্ৰেৰণাতে সৃষ্টি হৈছিল। খেলবিভাগতো সকলোৰে অনুপ্ৰেৰণা পাইছিল। জালুকবাৰী হাইস্কুলে তেতিয়া কামৰূপ জিলা স্কুল টুৰ্ণামেণ্টত শ্ৰেষ্ঠ দল হোৱাৰ গৌৰৱ অৰ্জন কৰিছিল। তেখেতে নিজেও শিক্ষকসকলৰ লগত বিভিন্ন খেলত অংশগ্ৰহণ কৰিছিল। সেই সময়তে জালুকবাৰী, মালিগাঁও, আমিনগাঁও, পাণ্ডুৰ স্কুলসমূহৰ শিক্ষকসকলৰ মাজত ফুটবল খেল অনুষ্ঠিত

হৈছিল। সেই খেলত তেখেতে এটা ডাঙৰ খাকী কাপোৰৰ হাফপেন্ট পিন্ধি গ'লৰক্ষক হিচাপে খেলপথাৰত অৱতীৰ্ণ হৈছিল। উক্ত খেলত জালুকবাৰী হাইস্কুল শ্ৰেষ্ঠ দল হিচাপে পৰিগণিত হৈছিল। শিক্ষকৰ ভলীবলতো তেখেতে অংশগ্ৰহণ কৰি বাকী শিক্ষকসকলক অনুপ্ৰেৰণা যোগাইছিল।

স্কুলৰ সৰস্বতী পূজাত ভাগ লোৱাৰ দৰে প্ৰতি বছৰে অতি গাম্ভীৰ্যপূৰ্ণভাৱে 'ফাতেহা-ই-দোৱাজ দহম'তো বেছ আগ্ৰহেৰে অংশগ্ৰহণ কৰিছিল। ফাতেহা-ই-দোৱাজ দাহামৰ মিলাদৰ সময়ত তেখেতে কেতিয়াবা কাৰোবাৰ পৰা এটি টুপি লৈ নিজে পিন্ধি নতুবা কমালখনকে মূৰত লৈ মিলাদত মুছলমান ছাত্ৰ, শিক্ষক, অভ্যাগতৰ লগত সম্পূৰ্ণ সহযোগিতা কৰিছিল। হজৰত মহম্মদ (ছঃ) ৰ বিষয়ে প্ৰতি বছৰে একোটা সাৰগৰ্ভ ভাষণ দিছিল। এবাৰ এজন প্ৰধান শিক্ষকে ধৰ্ম নিৰপেক্ষতাৰ নামত 'ফাতেহা-ই -দোৱাজ দহাম'ত 'মিলাদ' কৰাটো বন্ধ কৰিব খুজিছিল। তেতিয়া শ্ৰীডেকা ছাৰৰ সহায়ত আমি তাক প্ৰতিহত কৰিব পাৰিছিলো। মাজে -সময়ে দুই চাৰিজন দুখীয়া ছাত্ৰই পৰীক্ষাৰ মাচুল দিবলৈ অপাৰগ হয়। তেতিয়া ডেকা ছাৰৰ সহযোগত আমি শিক্ষকসকলে পইচা সংগ্ৰহ কৰি দুখীয়া ছাত্ৰক পৰীক্ষা দিয়াৰ ব্যৱস্থা কৰি দিছিলো। স্কুলত অনুষ্ঠিত সকলো সভা-সমিতিত তেখেতৰ নেতৃত্ব আৰু ভাষণ যেন অপৰিহাৰ্য। যিকোনো পৰিস্থিতিত সভা চলাই নিয়া তেখেতৰ এটা মহৎ গুণ।

মুঠৰ ওপৰত শ্ৰীযুত ডেকা ছাৰৰ সহযোগত স্কুলত কৰা বছৰকেইটাত এজোপা ফল লগা গছৰ তলত ফল খাই পুষ্ট হোৱা আৰু ছাঁত জুৰ লোৱা যেন অনুভৱ কৰিছিলো।

সমাজ সেৱক হিচাপেঃ শ্ৰীযুত ডেকা ছাৰে সমাজ সংগঠন আৰু সমাজ সেৱাৰ যি আদৰ্শ দাঙি ধৰিছে তাক স্থানীয় ৰাইজে সদায়েই স্মৰণ কৰিব। ছাৰে জালুকবাৰী হাইস্কুলত শিক্ষকতা কৰি থকা সময়ত এই অঞ্চলৰ ছাত্ৰ-যুৱকৰ বিশেষ কোনো সংগঠন নাছিল। তেখেতৰ নেতৃত্বত ন-পুৰণি ছাত্ৰক লৈ 'গাড়ীগাঁও ছাত্ৰ সন্মিলন' গঠিত হৈছিল। গাড়ীগাঁও ছাত্ৰ সন্মিলনৰ ছাৰ প্ৰথম সভাপতি আৰু সম্পাদক হিচাপে মই নিৰ্বাচিত হৈছিলো। পিছলৈ সম্পাদক সলনি হ'লেও সভাপতি সলনি হোৱা নাছিল। তেখেতৰ নেতৃত্বত ছাত্ৰসকলে ৰাস্তা-ঘাটৰ উন্নয়নৰ ব্যৱস্থাও কৰিছিল। জালুকবাৰী

সাহিত্য সভা প্ৰথমে তেখেতেই জালুকবাৰী হাইস্কুলৰ শিক্ষক তথা গাড়ীগাঁও, সদিলাপুৰ, গুৱাহাটী বিশ্ববিদ্যালয় ছাত্ৰ-শিক্ষক-কৰ্মচাৰীক লৈ গঠন কৰিছিল। সাহিত্য-আলোচনা চক্ৰ অনুষ্ঠিত কৰি সাহিত্যৰ প্ৰতি উঠি অহা চামৰ ধাউতি বৃদ্ধি কৰিছিল। ইয়াৰ পৰিসৰ এতিয়া তেতেলীয়া-গোটানগৰ পৰ্যন্ত বৃদ্ধি হৈছে। ফলস্বৰূপে সাহিত্যসেৱীৰ সংখ্যাও বৃদ্ধি হৈছে।

জালুকবাৰী সাতমাইল বজাৰখন তেখেতেই গঠন কৰিছিল আৰু কেইবাৰো উচ্ছেদ কৰিবলৈ লোৱা চৰকাৰী ব্যৱস্থা প্ৰতিহত কৰি এতিয়া এখন স্থায়ী বজাৰত পৰিণত কৰিছে।

গাড়ীগাঁৱত গঢ়ি উঠা সকলো সামাজিক অনুষ্ঠানৰ লগত তেখেত জড়িত। গাড়ীগাঁও ঈদগাহ্ ময়দানত গাড়ীগাঁও ক্ৰীড়া সন্থাৰ দ্বাৰা আয়োজিত বছৰেকীয়া খেল-ধেমালিৰ বঁটা বিতৰণি সভাৰ ছাৰ নিয়মীয়া মুখ্য অতিথি। ইয়াৰ উপৰি তেখেতে মৃতকৰ সংকাৰৰ বাবে শ্মশান বা কবৰ স্থানলৈ সুবিধা পালে যাবই। ছাত্ৰ-ছাত্ৰীৰ বিয়াত তেখেত প্ৰায় উপস্থিত থাকে। এবাৰ আমাৰ এজন দুয়োৰে ছাত্ৰৰ বিয়াত কণ্যা আনিবলৈ কইনা ঘৰলৈ গৈ 'নিকাহ'ৰ সময়ত নিকাহৰ বিষয়ে তেখেতে বিচৰা তথ্যৰ বিষয়ে প্ৰশ্ন কৰাত বিয়াখনত উপস্থিত থকা সকলো লোকৰ বাবে এটি বেছ আমোদজনক পৰিস্থিতিৰ সৃষ্টি হৈছিল আৰু শেষত যেতিয়া কইনাপক্ষৰ লোকে তেখেতক শ্ৰীযুত হিতেশ ডেকা বুলি চিনি পালে, তেতিয়া আকৌ নতুন আলোড়নৰ সৃষ্টি হৈছিল। বিয়াখনত যেতিয়া হিন্দু-মুছলমানৰ বাবে সুকীয়াকৈ ভাত খোৱাৰ ব্যৱস্থা কৰিছিল, তেতিয়া ছাৰে আপত্তি কৰি মুছলমান লোককো একেলগে বহুৱাই লৈ ভাত খাইছিল।

গাড়ীগাঁৱৰ প্ৰায়বোৰ দুৰ্যোগৰ সময়তে ছাৰ উপস্থিত থাকে। বানপানীৰ সময়ত বানপীড়িতক সাহায্য দিয়াৰ ব্যৱস্থা কৰা, টান বেমাৰীক চিকিৎসাৰ ব্যৱস্থা কৰা আদি। এবাৰ আমাৰ নদীৰ কাষৰ চুবুৰীত জুই লাগি প্ৰায় পোন্ধৰ-বিশঘৰ মানুহৰ ঘৰ-বাৰী শেষ হৈছিল। আমি সাহায্য সমিতি গঠন কৰি সাহায্য দি ঘৰবিলাকৰ খেৰৰ চাল দিয়াৰ আলোচনা কৰিছিলো। তেতিয়া ডেকা ছাৰে জুইৰ পৰা ভৱিষ্যৎ সুৰক্ষাৰ কথা উল্লেখ কৰি যিকোনো উপায়েৰে টিনপাত দিয়াৰ ব্যৱস্থা কৰাৰ পৰামৰ্শ দিছিল। আমি তেতিয়া সকলোৱে একমত হৈ টিনপাত দিয়াৰ ব্যৱস্থা কৰিছিলো।

**ৰাজনীতিবিদ হিচাপেঃ** সাহিত্যিক, শিক্ষাবিদ আৰু সমাজসেৱক শ্ৰদ্ধেয় ডেকাছাৰ যেনে একনিষ্ঠ, ৰাজনীতিৰ ক্ষেত্ৰত তেখেতক তেনে সক্ৰিয় নহয় যেন লাগে। তথাপি তেখেত ৰাজনীতিত নিষ্ক্ৰিয় নহয়। দেশ-বিদেশৰ ৰাজনীতিৰ খবৰ ৰখা আৰু নিজৰ ৰাজ্যখনৰ সমস্যাৰ প্ৰতি চিন্তিত ব্যক্তি হিচাপে ৰাজনীতিত ছাৰ সক্ৰিয়। জালুকবাৰী হাইস্কুলত শিক্ষকতাৰ প্ৰথম কেইবছৰৰ ভিতৰতে বৰপেটা লোকসভা সমষ্টিত নিৰ্দলীয় প্ৰাৰ্থী হিচাপে তেখেতে প্ৰতিদ্বন্দ্বিতা কৰিছিল। তেতিয়াৰ পৰা এতিয়ালৈকে কোনো ৰাজনৈতিক দলৰে তেখেত সক্ৰিয় সদস্য নহয়। অসম গণ সংগ্ৰাম পৰিষদত অসম সাহিত্য সভাৰ উপসভাপতি হিচাপে প্ৰতিনিধিত্ব কৰাৰ ফলস্বৰূপে তেখেত তেতিয়া অসম গণ পৰিষদৰ লগত জড়িত হৈ পৰিছিল। অৱশ্যে ছাৰ কোনো ৰাজনৈতিক দলৰে সক্ৰিয় কৰ্মী নহয় বা ভক্তও নহয়। কিন্তু যদি কোনো এটা দলত থাকি সেই দলৰ আন নেতাসকলে কৰাৰ দৰে আনৰ গুণবোৰ প্ৰচাৰ কৰি দোষবোৰ হজম কৰিব পাৰিলেহেঁতেন, তেন্তে ছাৰেও এজন সফল ৰাজনীতিজ্ঞ হ'ব পাৰিলেহেঁতেন। লগতে নেতৃত্বক তোষামোদ কৰা গুণখিনিও ছাৰৰ নাই।

**এক বিৰল বলিষ্ঠ হৃদয়ৰ লোকঃ** শ্ৰীযুত ডেকা ছাৰৰ অন্তৰখন ইমান যে সাহসী তাক ভাবিলে তবধ মানিব লাগে। মটৰে খুন্দিওৱাৰ ফলত ভৰিৰ হাড় ভাঙি ছাৰ যেতিয়া শয্যাগত হৈ কষ্ট ভোগ কৰি আছিল, তেতিয়া তেখেতে ভীষ্মৰ শৰশয্যাৰ অৱস্থাৰ কথা কৈ তেখেতৰ দুখত দুখী হোৱাসকলকহে শান্ত্বনা দিছিল। অতি দৃঢ় মনোবলৰ বাবেই সেই ভগা ভৰি জোৰা লগাই আকৌ কুৰিবছৰীয়া ডেকাতকৈয়ো ভালদৰে আৰু বেগাই খোজকাঢ়িব পৰা হৈছে। অন্যান্য অসুখ যে ডায়েবেটিছ, গেষ্ট্ৰিক, কিড্‌নীষ্টোন, ব্লাডপ্ৰেছাৰ আদি ৰোগ নিয়ন্ত্ৰণ কৰি অসমৰ চুকে-কোণে ঘূৰি ফুৰাৰ লগতে বাৰীত খেতি কৰালৈকে সকলোখিনি কৰিয়েই আছে। মনোবলৰ বাবেই বয়স, বেমাৰ একোৱেই তেখেতক পৰাভূত কৰিব পৰা নাই। কেতিয়াবা এনে ভাব হয় যেন ছাৰৰ সাধনা আছে আৰু তাৰ বলতেই তেখেতে শাৰীৰিক-মানসিক উৎকৰ্ষ সাধন কৰিব পাৰিছে।

**শ্ৰীযুত ডেকা ছাৰৰ জনপ্ৰিয়তাঃ** শ্ৰীযুত ডেকা ছাৰে তেখেতৰ লিখনিৰ

ভৱিষ্যতে অসমৰ চুকে-কোণে থকা অসমীয়া পঢ়ুৱৈ সমাজৰ শ্ৰদ্ধা-ভক্তি লাভ কৰিবলৈ সক্ষম হৈছে। তাৰে দুটামান উদাহৰণ দাঙি ধৰিলো।

ছাৰে জালুকবাৰীলৈ আহি গুৱাহাটী বিশ্ববিদ্যালয়ত আইন পঢ়িছিল। তেখেত যেতিয়া শ্ৰেণীত সোমায়, তেতিয়া লগৰ ছাত্ৰ-ছাত্ৰীসকলে থিয় হৈ সম্বৰ্দ্ধনা জনাইছিল।

ইং ১৯৭২ চনত ছাৰ আৰু মই ডিব্ৰুগড়ত অনুষ্ঠিত হোৱা 'সদৌ অসম হাইস্কুল শিক্ষক সন্থা'ৰ বছৰেকীয়া অধিৱেশনত জালুকবাৰী হাইস্কুলৰ শিক্ষক হিচাপে যোগ দিছিলো। উক্ত অধিৱেশনত বিষয়-ববীয়া নিৰ্বাচনত যেতিয়া ছাৰৰ নাম উপসভাপতি হিচাপে প্ৰস্তাৱ কৰা হৈছিল, তেতিয়া অধিৱেশনত উপস্থিত থকা সকলো শিক্ষক-শিক্ষয়িত্ৰীয়ে একেলগে হাত চাপৰি বজাই সমৰ্থন জনাইছিল। এনেদৰে একেবাহে তিনিবছৰ তেখেত উপসভাপতি হিচাপে বিনাপ্ৰতিদ্বন্দ্বিতাৰে নিৰ্বাচিত হৈছিল।

ৰাজহুৱা কামৰ বাবে মাজে সময়ে ছাৰ অসম সচিবালয়কে আদি কৰি বিভিন্ন চৰকাৰী কাৰ্যালয়লৈ যাবলগীয়া হয। কেতিয়াবা উপায়হীন হৈ ছাৰক লগত লৈ যাওঁ। ছাৰ কম মূল্যৰ ধূতি-পঞ্জাবীৰে অশুৱণি মানুহ বুলি বহুতে বহিবই দিব নোখোজে। মই সুবিধা বুজি ছাৰৰ চিনাকিটো দিওঁ। যেতিয়া জনপ্ৰিয সাহিত্যিক হিতেশ ডেকা বুলি গম পায়, তেতিয়া সকলো বিষয়া-কৰ্মচাৰীযে লৰালৰিকৈ বহিবলৈ দি চাহ পানী খুৱাই কামখিনিও সোনকালে কৰি দিয়ে।

শিক্ষাবিদ, সাহিত্যিক, সমাজসেৱী ডেকাছাৰ 'নাগৰিক প্ৰতিৰক্ষা' (চিভিল ডিফেন্স) বিভাগৰ লগত ওতঃপ্ৰোতভাৱে বহু বছৰ ধৰি জড়িত হৈ আছে। তেখেতে এতিয়া নাগৰিক প্ৰতিৰক্ষাৰ ডিভিজনেল ৱাৰ্ডেন হিচাপে কাৰ্যনিৰ্বাহ কৰি আছে। এই বিভাগৰ কৰ্মকৰ্তাসকলৰ লগত আত্মীয়তা গঢ়ি উঠাৰ বাবেই ছাৰ যেতিয়া মটৰ দুৰ্ঘটনাত আহত হৈ গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ত পৰি আছিল, তেতিয়া উক্ত বিভাগটোৱে দিনে-নিশাই পালপাতি পৰিচৰ্যা কৰিছিল।

হিতেশ ডেকা ছাৰৰ ব্যক্তিত্ব বহুমুখী। এনে এজন ব্যক্তিৰ অহৰহ সান্নিধ্যই আমাক গৌৰৱান্বিত কৰি ৰাখিছে। অসম সাহিত্য সভাৰ সৰ্থেবাৰী অধিৱেশনৰ নৱনিৰ্বাচিত সভাপতি ৰূপে পাই আমাৰ দৰে ওচৰ সম্পৰ্কৰ ব্যক্তিসকল স্বাভাৱিকতেই সৌভাগ্যবান বুলি ভবাৰ থল আছে।

# মই জানো যেনেকৈ প্ৰথিতযশা সাহিত্যিক শ্ৰীযুত হিতেশ ডেকাক

**পদ্মধৰ গোহাঞি**

উত্তৰ-পূৰ্বাঞ্চলৰ কাঁহ শিল্পৰ উদ্যোগৰ প্ৰাণ কেন্দ্ৰ সৰ্থেবাৰী। সৰ্থেবাৰী বুৰঞ্জী প্ৰসিদ্ধ ঠাই। এনে এখন ঐতিহাসিক ঠাইৰে এটি চহা পৰিয়ালত ১৯২৪ চনৰ শুভক্ষণত ১৮ ফেব্ৰুৱাৰী তাৰিখত জন্ম গ্ৰহণ কৰে হিতেশ ডেকা নামৰ মানুহজনে। পিতৃৰ নাম ৰবিৰাম ডেকা মাতৃৰ নাম সুন্দৰীপ্ৰিয়া ডেকা। পোহৰ আৰু সুন্দৰৰ সাধনাত উদয় হ'ল এটি সূৰ্য। পুৱাৰ সূৰ্যৰ পোহৰ ক্ৰমাত বিকশিত হ'ব ধৰিলে। সেই সময়ছোৱাত অসমৰ গাঁও-ভূঁই সমূহৰ বাট-পথ, শিক্ষানুষ্ঠান আদি অত্যন্ত পিছপৰা আছিল। গাঁৱৰ ল'ৰা-ছোৱালীবোৰৰ বহুতৰে পঢ়াত ধাউতি নাছিল। অভিভাৱকসকলেও এই ক্ষেত্ৰত সিমান গুৰুত্ব আৰোপ কৰা নাছিল। ডেকাৰ মাক-দেউতাক অন্য অভিভাৱকসকলৰ লগত ব্যতিক্ৰম আছিল। খেতি আৰু কাঁহ শিল্পৰ কৰ্ম কৰি জীৱন নিৰ্বাহ কৰাৰ মাজতে ল'ৰা ছোৱালীক শিক্ষা গ্ৰহণ কৰোৱাই যুগৰ লগত খাপ খোৱাকৈ গঢ়ি যে তুলিব লাগে তাক পাহৰি যোৱা নাছিল। অৱশ্যে শিক্ষা গ্ৰহণৰ ক্ষেত্ৰত যিখিনি সুযোগৰ প্ৰয়োজন পিতৃ-মাতৃৰ পৰা সেইখিনি সুযোগ পোৱা নাছিল। ডেকাই গাঁৱৰ প্ৰাইমাৰী বিদ্যালয়ত উত্তীৰ্ণ হৈ সৰ্থেবাৰী উচ্চ ইংৰাজী বিদ্যালয়ত শিক্ষা গ্ৰহণ কৰি প্ৰবেশিকা পৰীক্ষাৰ দেওনা পাৰ হৈ নলবাৰী মহাবিদ্যালয়ত নাম ভৰ্তি কৰি উচ্চ শিক্ষা গ্ৰহণ কৰে। এদোপ দোদোপ কৈ খোজ দি উক্ত মহাবিদ্যালয়ৰ পৰাই ১৯৫২ চনত স্নাতক ডিগ্ৰী লাভ কৰে। স্নাতক ডিগ্ৰী লাভ কৰাৰ পিছত শিক্ষকতাৰে প্ৰথম জীৱনৰ পাতনি মেলি ১৯৮৫ চনত জালুকবাৰী উচ্চ মাধ্যমিক বিদ্যালয়ৰ প্ৰধান শিক্ষকৰ পদৰ পৰা অৱসৰ গ্ৰহণ কৰে। শিক্ষকতা কৰি থকা কালছোৱাতে নিজ গাঁও সৰ্থেবাৰী এৰি গুৱাহাটীৰ জালুকবাৰীৰ কাষৰ গাড়ীগাঁৱত স্থায়ী গৃহ নিৰ্মাণ কৰি গাড়ীগাঁৱৰ বাসিন্দা হৈ পৰে। আমি যেতিয়া পিতৃ-মাতৃৰ লালন-পালনত শিক্ষা দীক্ষা লৈ সংস্থাপিত হওঁ তেতিয়া পিতৃ-মাতৃসকলৰ দূৰদৰ্শিতা আৰু পৰিশ্ৰমৰ কথা

পাহৰি যাওঁ। তেওঁলোক যেন আমাৰ মানত একেবাৰেই নহয়, একেবাৰেই নাজানে। আমি যিমান শিক্ষিত নহওঁ লাগে তেওঁলোক অশিক্ষিত হ'লেও আমাতকৈ যে দূৰদৰ্শী আৰু অভিজাত এই কথাষাৰ পাহৰি যাওঁ। এই কথাষাৰ কিন্তু হিতেশ ডেকাই পাহৰি যোৱা নাই। তাৰ প্ৰত্যক্ষ প্ৰমাণ হিতেশ ডেকাৰ 'সুন্দৰী কুটিৰ'।

ল'ৰালি কালৰ পৰাই ভূগি অহা অভাৱ-অনাটন আৰু বিশৃংখল সমাজখনৰ কথা ডেকাই পাহৰি যোৱা নাছিল। তেওঁ সৰ্বহাৰা, অৰ্দ্ধহাৰা, অৰ্থহীনতাত ডুব গৈ থকা মানুহবোৰৰ দুখ-বেদনাৰ সমভাগী হৈ সংস্কাৰ সাধনৰ বাবে ইচ্ছুকীয়া অৱস্থাতে তুলি ল'লে হাতত তীক্ষ্ণ কাপ। পাতনি মেলিলে সাহিত্যৰ বিশাল পথাৰখনলৈ কবিতাৰে। ডেকাই প্ৰথম পাতনি মেলা কবিতাসমূহ কবিতা গ্ৰন্থ হিচাপে হাতত তুলি এতিয়া পোৱা নাই যদিও ভৱিষ্যতে আশা কৰিব পাৰো। কবিতা লিখা বাদ দি গল্প, উপন্যাস, নাটক, প্ৰবন্ধ লিখিবলৈ আৰম্ভ কৰে। তেওঁৰ ঊনৈশখন উপন্যাস, পাঁচখন গল্প, চাৰিখন নাটক আৰু তিনিখন প্ৰবন্ধ সংকলন সদ্যহতে প্ৰকাশ পাইছে। তেওঁৰ প্ৰতিটো লিখনিৰ মাজলৈ জুমি জুমি চালে দেখা পাওঁ গ্ৰাম্য অৰ্থনীতিৰ কথা, ধনী-দুখীয়াৰ মাজত ঘটা সংঘাতৰ বিষাদ-বেদনাৰ কথা। ডেকাৰ লিখনিসমূহৰ সৰহসংখ্যক লিখনিয়েই আমি পঢ়াৰ সৌভাগ্য ঘটিছে। অৰ্থৰ অভাৱতে বহুজনে বহু প্ৰথিতযশা সাহিত্যিকৰ লিখনি কিনি পঢ়িব নোৱাৰাৰ দৰে আমিও পঢ়িব পৰা নাই। ডেকাৰ এই উল্লিখিত লিখনিসমূহৰ 'আজিৰ মানুহ' সৰ্বশ্ৰেষ্ঠ উপন্যাস হিচাপে পঢ়ুৱৈ সমাজৰ স্বীকৃতি লাভ কৰি প্ৰথিতযশা ঔপন্যাসিক হিচাপে সৰ্থেবাৰী তথা অসমীয়া উপন্যাস সাহিত্যৰ গৌৰৱ কঢ়িয়াই আনে। 'আজিৰ মানুহ' উপন্যাসখন হাতত তুলি ল'ৰে পৰা মই হিতেশ ডেকাক 'আজিৰ মানুহ' বুলিহে জানো আৰু মোৰ দৰে পঢ়ুৱৈ সমাজেও 'আজিৰ মানুহ' বুলিহে জানে। ইয়াৰ আগতে মাদুৰি চহৰৰ পৰা চাৰিশ কিলোমিটাৰ অধিক দূৰৰ হিতেশ ডেকাৰ লগত মোৰ কোনো পৰিচয় নাছিল। তেতিয়াৰে পৰাই আজিৰ মানুহৰ লগত পৰিচয় হোৱাৰ হেপাহ বাঢ়িল আমাৰ মনৰ। কেইমাহমানৰ মূৰত লগ পোৱাৰ সৌভাগ্য ঘটিল গুৱাহাটী কাৰ্যালয় ভাগৱতী প্ৰসাদ বৰুৱা ভৱনত— সহজ-সৰল উদাৰ মানুহজন, সাধাৰণ পোছাক, কথা-বতৰাত অমায়িক মিঠা ভাষা, গহীন-গম্ভীৰ খোজ-কাটল। কাৰ্যালয়ৰ কিবা কামত ব্যস্ত।

চিনাকি হ'লো সেইদিনা, বেছি কথা পতা নহ'ল। মানুহজন লগ পাই এবাৰ 'আজিৰ মানুহ' উপন্যাসখনলৈ মনত পেলাই চালো আৰু মনত পেলাই চালো তেওঁৰ অন্যান্য গ্ৰন্থসমূহলৈ। এই মানুহজনৰ হৃদয়-ভাণ্ডাৰত ঠাহ খাই ভাষা দ'ম বান্ধি থকা বেদনা। প্ৰতিখন গ্ৰন্থতে প্ৰকাশ পাইছে সাৱলীল ভাষা, ধনী দুখীয়াৰ মাজৰ সংঘাত, গ্ৰাম্য অৰ্থনীতিত জুৰুলা হোৱা চহা জীৱনৰ প্ৰতিচ্ছবি। মানুহজনৰ প্ৰতি মোৰ গভীৰ শ্ৰদ্ধা বাঢ়িল। এইজন মানুহেই লিখনিৰ উপৰিও শিক্ষা দান কৰা, সামাজিক সংগঠনৰ কামত জড়িত হৈ সমাজ সেৱা কৰাৰ উপৰিও ভাষা জননীৰ সেৱাত ব্ৰতী হৈ অসম সাহিত্য সভাৰ ভেটি সুদৃঢ় কৰাত ডেকাৰ অহৰহ ব্যস্ত। যদিও আমি নিলগে নিলগে থাকো অথচ আমাৰ হৃদয় নিচেই ওচৰত। লগ হোৱাৰ সময়-সুবিধা নোহোৱা শিৱসাগৰৰ পৰা গুৱাহাটীলৈ দূৰত্বৰহে মাথোঁ ব্যৱধান। এইজন মানুহে থলুৱা মাত কথা, ভাষা বিচাৰি বিচাৰি আনি বিশেষকৈ 'আজিৰ মানুহ' উপন্যাসক সুগভীৰ কৰি হাস্যৰসেৰে ভৰাই তোলাৰ উপৰিও সাহিত্য ৰসৰ মাজত ৰস পান কৰিবলৈ পঢ়ুৱৈ সমাজক যি অৱদান দিলে তাক ভাষাৰে লিখিবলৈ অবকাশ পোৱা নাযায়। এনে উচ্চ পৰ্যায়ৰ গ্ৰন্থই যিকোনো পুৰস্কাৰৰ উৰ্ধত।

ডেকা সহজে কোনো কথাতে আপোচ কৰা ব্যক্তি নহয়। তেওঁ যি সিদ্ধান্ত লয় আগতেই সকলো দিশ চিন্তা কৰিহে সিদ্ধান্ত গ্ৰহণ কৰে। অযথা আনকো সমালোচনা নকৰে। সেয়ে সামাজিক কাম-কাজবিলাকত সাফল্য লাভ কৰিব পাৰে। সমাজে তেওঁ লোৱা সিদ্ধান্তবোৰ সহজে গ্ৰহণ কৰে। তেওঁৰ গ্ৰন্থবিলাকৰ সাবলীল ভাষা, চৰিত্ৰৰ মুখৰ দৃঢ়তৰ সংলাপ বিলাকতে হৃদয়ৰ পৰিচয় পোৱা যায়। এইজন একনিষ্ঠ সাহিত্য সেৱকে ১৯৭৬ চনত আৰু ১৯৮০ চনত অসম সাহিত্য সভাৰ উপসভাপতি আসনৰ কাৰ্যভাৰ লৈ সভাৰ গঠনমূলক কামৰ উপৰি বিভিন্ন দিশত অৰিহণা যোগাই আহিছে। ঠিক সেই সময়ৰ পৰাই ডেকাৰ লগত বন্ধুত্ব বাঢ়ি আহি আমাৰ দুখন হৃদয় এখন হোৱাৰ দৰেই হ'ল। অজানিতে পবিত্ৰ স্নেহেৰে বান্ধ খাই গ'লো। কি যে পৰম সৌভাগ্য এই প্ৰিয়জনকে অসম সাহিত্য সভাৰ শাখা সভাসমূহে ১৯৯৫ চনৰ ২৩, ২৪, ২৫, ২৬ ফেব্ৰুৱাৰীত অনুষ্ঠিত হ'বলগীয়া অসম সাহিত্য সভাৰ সভাপতি নিৰ্বাচন কৰিলে। ডেকা সভাপতি নিৰ্বাচিত হোৱাত যিদৰে মই পৰম গৌৰৱান্বিত

তেনেকৈ অসমৰ সমূহ ভাষা জননীৰ সেৱকসকলো গৌৰৱান্বিত। মই পৰম আশা কৰিছে তেওঁৰ কাৰ্যকালত অসম সাহিত্য সভাৰ ভেটি সুদৃঢ় হ'ব আৰু নতুন পথৰ সন্ধান দিব। সুস্বাস্থ্য অটুট থাকি সভাৰ কাৰ্য কৰিবলৈ ভগৱান সহায় হওক এই কামনাৰে।

# হিতেশ ডেকাঃ ব্যক্তি আৰু ব্যক্তিত্ব

মৃণালমল্ল পাটোৱাৰী

হিতেশ ডেকা— এটা শুৱলা নাম। নামটোৱে ডেকা লোককো শুৱায়, বুঢ়া লোককো শুৱায়। অসমৰ ইমূৰৰ পৰা সিমূৰলৈ হিতেশ ডেকাক নজনা নুশুনা লোক নাই। টেক্সী ড্ৰাইভাৰৰ পৰা মন্ত্ৰী-এম এল এ-লৈকে, ছাত্ৰৰ পৰা শিক্ষক-পণ্ডিতলৈ, দোকানীৰ পৰা খেতিয়কলৈ, শ্ৰমজীৱীৰ পৰা বুদ্ধিজীৱীলৈ। সকলোৱে হিতেশ ডেকাক জানে। জানে এজন অতি জনপ্ৰিয় ঔপন্যাসিক হিচাপে। জানে কালজয়ী উপন্যাস ‘আজিৰ মানুহ’ৰ স্ৰষ্টা হিচাপে। হিতেশ ডেকাৰ বিষয়ে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ডঃ মহেন্দ্ৰ বৰাই এষাৰ বৰ সুন্দৰ কথা কৈছে। কথাষাৰ হ’ল যে— টেক্সী ড্ৰাইভাৰেও যে কিতাপ পঢ়ে হিতেশ ডেকাই তাক প্ৰমাণ কৰি দেখুৱাইছে। হিতেশ ডেকাৰ লেখা কিমান জনপ্ৰিয় আৰু জনতামুখী ডঃ বৰাৰ এই কথাষাৰৰ উদ্ধৃতিয়েই যথেষ্ট। সঁচাকৈয়ে ক’বলৈ গ’লে হিতেশ ডেকাই এগৰাকী লিখক— যাৰ লেখাই সকলো শ্ৰেণীৰ লোককে আকৰ্ষণ কৰি আছে।

হিতেশ ডেকাৰ সৈতে বাৰীৰ এক মধুৰ সম্পৰ্ক আছে— পৃথিৱীৰ পোহৰ দেখাৰ পৰা জীৱনৰ এই বিয়লি পৰলৈ। ১৯২৪ চনৰ ১৮ ফেব্ৰুৱাৰীত কাঁহশিল্পখ্যাত সৰ্থেবাৰীত তেওঁ জন্মগ্ৰহণ কৰে। ভূমিষ্ঠ হয় বাৰীৰ মাজত। হিতেশ ডেকাৰ মাক সুন্দৰীপ্ৰিয়াৰ গৰ্ভত থকা অৱস্থাত এদিন তেওঁলোকৰ ঘৰৰ বাৰীখনলৈ যায়। এনেতে সুন্দৰীপ্ৰিয়া আইৰ প্ৰসৱ বেদনা আৰু এই প্ৰসৱ বেদনাতে অটব্য বাৰীৰ মাজতেই ভূমিষ্ঠ হয় হিতেশ ডেকা। হিতেশ ডেকা ডাঙৰ হ’ল। সৰ্থেবাৰী হাইস্কুলৰ পৰা মেট্ৰিক পাছ কৰি নলবাৰীত কলেজীয়া শিক্ষা গ্ৰহণ কৰে। কিছু দিনৰ বাবে সৰ্থেবাৰীৰ কঁহাৰসকলক এণ্ডাৰ যোগান ধৰাৰ বাবে এণ্ডাৰৰ ব্যৱসায় কৰিলে পলাশবাৰীৰ পৰা। জীৱনৰ শেষৰ চাকৰিটো কৰিলে জালুকবাৰীত আৰু সাহিত্য সভাৰ সভাপতিও হ’ল তেওঁৰ জন্ম গাঁও সৰ্থেবাৰীৰ অধিৱেশনতেই। আগেয়ে কামৰূপ জিলা সাহিত্য পৰিষদৰো সভাপতি হৈছিল পলাশবাৰী অধিৱেশনত।

এইদৰে দেখা যায় যে হিতেশ ডেকাৰ জীৱনত 'বাৰী' শব্দটো নিবিড়ভাৱে সাঙোৰ খাই আছে।

হিতেশ ডেকাৰ দেউতাক ৰবিৰাম ডেকা এগৰাকী গৰীব কঁহাৰ শিল্পী আছিল। হিতেশ ডেকা, তেওঁৰ এগৰাকী ককায়েক ৺থানপতি ডেকা আৰু এগৰাকী বায়েক ৰণেশ্বৰীক লৈ দেউতাক ৰবিৰামৰ এখন সৰু সংসাৰ। ইতিপূৰ্বে হিতেশ ডেকাৰ দুগৰাকী ভাতৃ উভেশ্বৰ আৰু ধাতুৰামৰ অকাল বিয়োগ ঘটে। হিতেশ ডেকা সৰু কালত বৰ উৎপতীয়া আছিল। সমনীয়াবোৰে তেওঁক 'হিতো' বুলিও মাতিছিল। সমনীয়াৰ মাজত তেওঁ সদায় সকলোৰে আগত আছিল। সেই সময়ত সৰ্থেবাৰী আছিল জলাতন ঠাই। প্ৰায় বছৰটোৱেই পানীৰ তলতে থাকে। সৰ্থেবাৰীৰ চৰণ পখালি আছে আল্‌পা জানে। পূবে বৰবিল, দক্ষিণে বিখ্যাত কাপলা বিল, পশ্চিমে তাভা বিল আৰু উত্তৰে সিচা বিল আৰু টিহু নদী। এই সকলোবোৰতে মাছহে মাছ। পানীত মাছ, বিলত মাছ, খালত মাছ, নৈত মাছ। হিতেশ ডেকাই কান্ধত জাকৈ লৈ সমনীয়াৰ সৈতে যায় মাছ মাৰিবলৈ। সকলোৰে আগত হিতেশ ডেকা। যেন কথাছবিৰ হিৰ'হে। হাতত জাল লৈ মাছ মাৰিবলৈ যোৱা সন্মুখৰ জনেই হিতেশ ডেকা। সৰ্থেবাৰীৰ পশ্চিম সীমাত থকা পাকা ৰিজাৰ্ভৰ অটব্য হাবিৰ পৰা (আজি য'ত সাহিত্য সভাৰ অধিবেশনৰ স্থান নিৰ্বাচন কৰা হৈছে) ল'ৰাবোৰে নল-খাগৰি কাটি সদলবলে ওলাই আহিছে। দলৰ আগত মূৰত নল-খাগৰীৰ বোজাৰে হিতেশ। খেলপথাৰত দেখা যায় দলৰ অধিনায়কৰূপে সকলোৰে আগত হিতেশ। গান-থিয়েটাৰ তাতো দেখিব হিতেশ ডেকাই নায়কৰ ভাৱত, ৰজাৰ ভাৱত অভিনয় কৰি সকলোকে মুগ্ধ কৰিছে।

হিতেশ ডেকা সৰুৰে পৰা বৰ পৰিশ্ৰমী, স্বাৱলম্বী, স্পষ্টবাদী আৰু নিৰ্ভীক। পিতাক ৰবিৰাম ডেকাৰ আৰ্থিক অৱস্থা ভাল নাছিল গুণে তেওঁ নিজৰ পঢ়া-শুনা, পোছাক-পৰিচ্ছদ আদিৰ বাবে ল'ব লগা খৰচ পাতি নিজেই যোগাৰ কৰি লৈছিল। তেওঁ আগবেলা কঁহাৰ শালত কাঁহ কোবাই স্কুললৈ গৈছিল। কাঁহ কোবাই পোৱা সামান্য পইচা লগতে যাত্ৰা পাৰ্টিত অভিনয় কৰি পোৱা পইচাৰে তেওঁৰ খৰচ উলিয়াইছিল। প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি যে আগবয়সত ডেকা এগৰাকী সু অভিনেতা আছিল। নলবাৰী মহাবিদ্যালয়ত আই এ পঢ়ি থাকোঁতেও তেওঁ যাত্ৰা পাৰ্টিত অভিনয় কৰি

আছিল। তেওঁ অভিনয় কৰা যাত্ৰা দল কেইটা হ'ল— সৰ্থেবাৰীৰ 'নৱজাগৰণ বংশীবাদন অপেৰা' বাউলী আৰু কামাৰপাৰা গাঁৱৰ যাত্ৰা দল। এই দলবোৰৰ পৰা প্ৰতি নিশাৰ অভিনয়ৰ বাবে তেওঁ পাঁচ টকাকৈ পাইছিল। টকা পালেই পোনতে তেওঁ মাহটো জোৰাকৈ ধান কিনি লৈছিল আৰু অৱশিষ্ট টকাখিনিৰে তেওঁৰ মাহটো চলিছিল। সৰ্থেবাৰীৰ নৱজাগৰণ বংশী বাদন অপেৰাত হিতেশ ডেকাই শ্ৰীদুৰ্গা নাটত দুৰ্গমাসুৰ আৰু গন্ধেশ্বৰী নাটকত গন্ধাসুৰৰ চৰিত্ৰত যি বলিষ্ঠ অভিনয় কৰিছিল সেই কথা তেওঁৰ সেই অভিনয় দেখাসকলে এতিয়াও কৈ থাকে। এইখিনিতে আমি স্কুলীয়া ছাত্ৰ থাকোঁতে শ্ৰীডেকাৰ সৈতে অভিনয় কৰাৰ কথা উল্লেখ কৰাৰ লোভ সামৰিব নোৱাৰিলো। ১৯৫৭ চনত অধুনালুপ্ত সৰ্থেবাৰী সাহিত্য সভাৰ দ্বাৰা 'তাজৰ ৰচনা' নাটখন অভিনীত হৈছিল। হিতেশ ডেকা তেতিয়া আমাৰ শিক্ষক (সৰ্থেবাৰী হাইস্কুল)। হিতেশ ডেকাই অভিনয় কৰিছিল কৃপাল দস্যুৰ চৰিত্ৰত আৰু মই কৰিছিলো ছাহজাহানৰ চৰিত্ৰত। তেওঁ নাটখন পৰিচালনাও কৰিছিল। তেওঁৰ সুন্দৰ অভিনয় আৰু পৰিচালনাত নাটখন বেচ উপভোগ্য হৈছিল। যাত্ৰা পাৰ্টিত তেওঁৰ সৈতে অভিনয় কৰা ভালেকেইগৰাকী লোক এতিয়াও জীৱিত অৱস্থাত আছে। সেইসকল লোকে এতিয়াও কয় তেওঁলোকে হেনো হিতেশ ডেকাৰ দৰে অভিনেতা খুব কমেই পাইছে।

হিতেশ ডেকা সৰু থাকোঁতেই তেওঁৰ দেউতাকৰ পৰলোক ঘটে। দেউতাকক তেওঁ যথেষ্ট শ্ৰদ্ধা আৰু ভক্তি কৰিছিল। এবাৰ দেউতাক ৰোগ সয্যাত থাকোঁতে তেওঁৰ মাছ খাবলৈ মন যোৱাৰ কথা হিতেশৰ আগত প্ৰকাশ কৰিলে। হিতেশ ডেকাই লগে লগেই সেই দুপৰ নিশা দেউতাকৰ বাবে মাগুৰ মাছ মাৰি আনে। তেওঁৰ লগৰবোৰৰ মতে তেওঁ বৰ কষ্ট সহিষ্ণু লোক। মাছ আদি মাৰোতে শিঙি মাছে বিন্ধিলেও তেওঁ তাৰ অসহ্য বিষ গাত লৈয়ো মাছ মাৰি থাকে। পিছ হুহকি নাহে। এনে গুণৰ বাবেই হয়তো পিতাকক দোভাগ নিশাও মাছ মাৰি আনি দিব পাৰিছিল।

হিতেশ ডেকাক সদায় আৰ্ত্তজনৰ ওচৰত পোৱা যায়। য'তে কান্দোন, ত'তে হিতেশ। তেওঁ স্কুলীয়া ছাত্ৰ থাকোঁতে সৰ্থেবাৰীৰ কাৰোবাৰ ঘৰত বেমাৰ আজাৰ হ'লে নিশা নিশা তেওঁ বেমাৰীক পৰ দিছিল। ডাক্তৰ-কবিৰাজ আনি দিছিল। প্ৰয়োজন ক্ষেত্ৰত টিহু, নলবাৰী, বৰপেটা আদি দূৰণিবটীয়া

চহৰবোৰলৈ খোজকাঢ়ি গৈ (যিহেতু সেই সময়ত সৰ্থেবাৰীলৈ কোনো বাছ নচলিছিল) ঔষধ কিনি আনি দিছিল। আৰ্ত্তজনক সহায় কৰাৰ বাবে লগৰীয়াবোৰক লৈ তেওঁ এটা বাহিনীও গঠন কৰিছিল। ডেকাই এইদৰে মানুহৰ পৰিচৰ্যাত ব্যস্ত থকাৰ বাবে নিজৰ ঘৰত কম সময়হে থাকিব পাৰিছিল। মাহটোৰ অধিক দিন ঘৰৰ বাহিৰতেই খোৱা-লোৱা হৈছিল। ল'ৰালি কালৰ তেওঁৰ এটি ঘটনা। সেই সময়ত সৰ্থেবাৰী পানীৰ তলত বুলিয়েই ক'ব পাৰি। যাতায়াতৰ প্ৰধান যান নাও। তিৰোতাবোৰে পানীৰ মাজেৰে অহা-যোৱা কৰিবই নোৱাৰিছিল। এদিন কেইজনীমান তিৰোতা কুটুমৰ ঘৰৰ পৰা গৈ গাঁৱৰ ভিতৰৰ এটা 'ডঙা' পাৰ হ'ব নোৱাৰি পাৰত বৈ থাকিল। তেনেকৈয়ে এটা বেলি পাৰ হ'ল। চেমনীয়া হিতেশ ডেকাই সেইপিনেৰে ক'ৰবালৈ যাবলৈ আহি তিৰোতাকেইগৰাকীৰ বিপদটো জানিব পাৰি লগে লগে এঘৰ মানুহৰ নাও এখন আনি তেওঁলোকক ডঙাটো পাৰ কৰি দিয়ে। ইপিনে নাৱৰ গৰাকীয়ে হিতেশ ডেকাক নাওখন নিয়াৰ বাবে গালি-গালাজ কৰে। হিতেশ ডেকাই তেওঁৰ লগৰীয়া এজনৰে সৈতে লগ হৈ এদিন মনে মনে নি নাওখন সৰ্থেবাৰীৰ তিনি মাইল পশ্চিমে থকা তাভা বিলত ডুবাই থৈ আহে। কেইমাহমান পিছত সেই হিতেশ ডেকাই মানুহগৰাকীক গৈ খবৰ দিয়ে যে তেওঁ তাভা বিলত মাছ মাৰিবলৈ যাওতে বিলৰ বুকুত নাওখন দেখি আহিছে।

হিতেশ ডেকা সৰুৰে পৰা নিৰ্ভীক আৰু স্পষ্টবাদী। সেয়ে বহুতে তেওঁক ভয় কৰে। আনহাতে এইটো কাৰণত বহুতৰ মনত তেওঁ অপ্ৰিয়ও। সেইবাবে বাল্য কালত তেওঁ নিজৰ কামিজটোৰ পিছফালে ডাঙৰ ডাঙৰ আখৰেৰে লিখি লৈছিল— 'অপ্ৰিয় হিতেশ'। বিধিৰ কি লিখন। সেই অপ্ৰিয় হিতেশেই আজি হ'ল অসমৰ আটাইতকৈ লোকপ্ৰিয় লেখক, জনপ্ৰিয় ঔপন্যাসিক। তেওঁৰ লেখাই যিমান জনপ্ৰিয়তা লাভ কৰিছে আন কোনো সাহিত্যিকৰে লেখাই সিমান জনপ্ৰিয়তা লাভ কৰা দেখা নাযায়। তেওঁৰ এই লোকপ্ৰিয়তা সম্পৰ্কে জনপ্ৰিয় সাপ্তাহিক 'ৰংপুৰ' কাকতৰ সম্পাদকীয়ত সম্পাদক ডঃ লক্ষ্মীনন্দন বৰাই এনেদৰে লিখিছে— 'হিতেশ ডেকা সঁচাকৈয়ে লোকপ্ৰিয় ঔপন্যাসিক। আজি যদি ডেকা-ডেকেৰীৰ মাজত অসমীয়া ঔপন্যাসিকৰ লোকপ্ৰিয়তাৰ জৰিপ লোৱা হয় তেন্তে দেখা যাব যে তেওঁৰ নামটো প্ৰথম তিনিজনৰ ভিতৰত পৰিব। এই সত্যক অতি চিৰিয়াছ

সমালোচকেও অস্বীকাৰ কৰিব নোৱাৰে।' (ৰংপুৰ, তৃতীয় বছৰ ৩৩ শ সংখ্যা ২০ পুহ, ৭ ডিচেম্বৰ ১৯৯৪)

সৰল -সৰল জীৱন যাপন আৰু উচ্চ চিন্তা (Simple living and high thinking) এই আদৰ্শ হিতেশ ডেকাৰ মাজত তেওঁৰ ল'ৰালি কালৰ পৰাই দেখা যায়। সহজ-সৰল জীৱন ধাৰাৰ মাজেৰে জীৱনক আগুৱাই নিয়াৰ বাবে, প্ৰতিষ্ঠা কৰাৰ বাবে তেওঁ অবিৰত সংগ্ৰাম কৰি আহিছে। ইয়াৰ বাবে তেওঁ অশেষ দুখ-কষ্ট আৰু কঠোৰ শ্ৰম কৰিব লগা হৈছে। তেওঁৰ এনে এটা সৰু উদাহৰণ দাঙি ধৰা যাওক। আগেয়ে গাঁওবোৰৰ প্ৰায়বোৰ আদ্যৱন্ত মানুহৰে চ'ৰাঘৰ এটিবে টিনৰ ঘৰ আৰু ম'হৰ বাথান আছিল। এইবোৰ দেখি গৰীৱ পৰিয়ালৰ ল'ৰা হিতেশ ডেকাৰো পৰম ইচ্ছা কেনেকৈ এটি টিনৰ ঘৰ আৰু এপাল ম'হেৰে এখন বাথান পাতিব পাৰে। তেওঁৰ স্বভাৱজাত নাটকীয় ভংগীৰে সমনীয়াবোৰক প্ৰায়েই কৈছিল— চাই থাক এদিন টিং আৰু শিং কৰিহে এৰিম। টিং হ'ল টিনপাতৰ ঘৰ আৰু শিং হ'ল ম'হ। সঁচাকৈয়ে এদিন কঠোৰ পৰিশ্ৰমৰ ফলত হিতেশ ডেকাই গাঁৱত এটি টিনৰ ঘৰ সাজে আৰু সৰ্থেবাৰীৰ পশ্চিমে তঙা বিলৰ পাৰত মাটি কিনি পাম পাতে। পামত ককায়েক থানপতি ডেকাক থয়। কিছু দিন পিছত কেইটামান ম'হ কিনি সেই পামত ৰাখে। এনে দৃঢ় মনৰ মানুহ হিতেশ ডেকা।

সৰ্থেবাৰী বালক এম ভি (এতিয়াৰ কেন্দ্ৰীয় বালক মাধ্যমিক বিদ্যালয়) স্কুলৰ পৰা সুখ্যাতিৰে এম ভি পাছ কৰাৰ পিছত সৰ্থেবাৰী হাইস্কুলত (এতিয়া উচ্চতৰ মাধ্যমিক বিদ্যালয়) পঢ়িবলৈ লয়। ১৯৪২ চনত দেশত স্বাধীনতা আন্দোলন তীব্ৰতৰ হোৱাত আন বহুতৰ লগতে হিতেশ ডেকায়ো শিক্ষানুষ্ঠান ত্যাগ কৰে আৰু সৰ্থেবাৰীৰ বিশিষ্ট ব্যৱসায়ী ৺সোনাপতি তালুকদাৰৰ সহায়ত ব্যৱসায়ত নামে। ইয়াৰ পিছত তেওঁ ব্যৱসায় এৰি ৺যাদৱ চন্দ্ৰ ডেকাৰ (সাহিত্যিক ৺হলীৰাম ডেকাৰ ভাতৃ) সহায়কাৰী হিচাপে ডাঃ ডেকাৰ হোমিঅ' ফাৰ্মাচীত থাকে। ক'বলৈ গ'লে ডাঃ ডেকা হিতেশ ডেকাৰ অগ্ৰজৰ দৰে আছিল। স্বাধীনতা আন্দোলন শাম কটাত তেওঁ পুনৰ কিতাপ-পুথি হাতত লয়। ১৯৪৮ চনত সৰ্থেবাৰী হাইস্কুলৰ পৰা প্ৰবেশিকা পাছ কৰে। প্ৰবেশিকা পৰীক্ষা পাছ কৰাৰ পিছত হিতেশ ডেকাৰ প্ৰকৃত সংগ্ৰামী জীৱন আৰম্ভ হয়। নলবাৰী মহাবিদ্যালয়ত আই এ পঢ়াৰ

অৱস্থাত তেওঁ যাত্ৰা পাৰ্টিত অভিনয় কৰাৰ উপৰি এগ্ৰাৰৰ ব্যৱসায় কৰে। প্ৰতি দেওবাৰে পলাশবাৰীলৈ গৈ তাৰ পৰা এগ্ৰাৰ আনি সৰ্থেবাৰীৰ কঁহাৰ শালবোৰত দিছিল। এনেদৰে পঢ়িয়েই তেওঁ ১৯৫০ চনত আই এ পাছ কৰে। তেওঁ কলেজত পঢ়োতে প্ৰথম অৱস্থাত এঘৰ আত্মীয়ৰ ঘৰত থাকি পঢ়িছিল। বিচনাৰ অভাৱত বাঁহৰ চাঙতেই শুইছিল।

শিক্ষা সাং কৰি হিতেশ ডেকাই কনিহা হাইস্কুল, বনগাঁও হাইস্কুল, সৰ্থেবাৰী হাইস্কুল আৰু শেষত জালুকবাৰী হাইস্কুলত শিক্ষকতা কৰে। জালুকবাৰী হাইস্কুলত প্ৰধান শিক্ষক হৈ তাৰ পৰা অৱসৰ পায় ১৯৮৫ চনত।

ছাত্ৰাৱস্থাৰ পৰাই হিতেশ ডেকাই সাহিত্য চৰ্চা কৰিছিল। জীৱনৰ নানা ঘাত -প্ৰতিঘাতৰ মাজত ছাত্ৰাৱস্থাতেই তেওঁ যি কলম হাতত তুলি ল'লে জীৱনৰ এই ভাটী বয়সলৈ তেওঁ সেই কলম অবিৰামভাৱে চলাই আছে। সৰ্থেবাৰীৰ কেইজনমান ছাত্ৰই The favourable staff নামেৰে এটা অনুষ্ঠান পাতিছিল। ১৯৪১-৪২ চনত এই অনুষ্ঠানৰ পৰা 'ৰেণু' নামৰ এখন হাতেলিখা দুমহীয়া আলোচনী প্ৰকাশ পাইছিল। ৰেণু আলোচনীখনেই হিতেশ ডেকাৰ সাহিত্যৰ চহ কৰা প্ৰথম পথাৰ। এওঁ ইয়াৰ নিয়মীয়া লেখক আছিল। আৰু ইয়াত বেছি ভাগ ব্যংগ ৰচনা লিখিছিল। সৰ্থেবাৰীৰ যমথেৰ ছুপাৰ সখি সংঘৰ জৰিয়তে 'নৱজাগৰণ' নামৰ এখন হাতে লিখা দুমহীয়া আলোচনী ১৯৪১ চনৰ পৰা ১৯৪৫ চনলৈ প্ৰকাশ পায়। ইয়াতেই তেওঁৰ 'গাঁৱলীয়া' নামৰ উপন্যাসখন ধাৰাবাহিকভাৱে প্ৰকাশ পাইছিল। ছপাশালৰ চেপা নোপোৱা এইখনেই আচলতে তেওঁৰ প্ৰথম উপন্যাস। ১৯৪৮ চনত প্ৰায়চিত্ত নামৰ এখন চুটি গল্পৰ কিতাপ প্ৰকাশ পায়। এইখন শ্ৰীডেকাৰ প্ৰথম ছপা পুথি। পুথিখন সৰ্থেবাৰীৰ ভাতৃসংঘৰ নামত এওঁৰেই প্ৰকাশ কৰিছিল। ১৯৫২ চনত তেওঁৰ কালজয়ী উপন্যাস 'আজিৰ মানুহ'খনে প্ৰথম আত্মপ্ৰকাশ কৰে। উপন্যাসখন তেওঁ নিজে প্ৰকাশ কৰে আৰু বন্ধু-বান্ধৱেৰে সৈতে লগ হৈ কিতাপৰ দোকানে দোকানে বিক্ৰী কৰি ফুৰে। এনে কৰোতে জনৈক প্ৰকাশকৰ পৰা বিজ্ঞাপো পাইছিল। প্ৰকাশক গৰাকীৰ পৰা উপেক্ষিত আজিৰ মানুহ উপন্যাসখনে পোন্ধৰটা সংস্কৰণ অতিক্ৰমি অসমীয়া উপন্যাস প্ৰকাশৰ ক্ষেত্ৰত এক অভিলেখ সৃষ্টি কৰে। আজিৰ মানুহ হিতেশ ডেকাৰ সাধনাৰ ফল। উপন্যাসখনৰ

ৰচনাৰ কালছোৱাত শ্ৰীডেকাই প্ৰতি দেওবাৰে মৌনব্ৰত পালন কৰিছিল। সিদিনা তেওঁ কাৰো সৈতে মাতবোল নকৰিছিল। গোটেই দিনটো মৌন হৈ আছিল। ১৯৬০ চনত সৰ্বেৰাৰীৰ চানেকি প্ৰতিষ্ঠান নামৰ পুস্তক প্ৰতিষ্ঠান এটিয়ে প্ৰকাশ কৰা তেওঁৰ 'মাটি কাৰ?' নামৰ উপন্যাসখনে গোটেই দেশতে এক তুমূল আলোড়নৰ সৃষ্টি কৰে। আনকি লোকসভাতো উপন্যাসখন বন্ধ কৰাৰ বাবে দাবী উত্থাপিত হয়। পশ্চিমবংগত উপন্যাসখন বন্ধ কৰি পশ্চিমবংগ বিধানসভাই প্ৰস্তাৱ গ্ৰহণ কৰে।

হিতেশ ডেকা এগৰাকী অতি আত্মবিশ্বাসী, দৃঢ়মনৰ, সাহসী আৰু অতি মনোবল থকা লোক। যি সময়ত তেওঁৰ বহুতো বন্ধু-বান্ধৱে পঞ্চায়তৰ সদস্যৰ বাবে নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰাৰ কথা ভাবিব পৰা নাছিল সেই সময়ত তেওঁ একক প্ৰচেষ্টাৰে লোকসভাৰ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিছিল। তেওঁৰ 'মাটি কাৰ?' উপন্যাসখন বিক্ৰী কৰি পোৱা ছয় হেজাৰ টকাকে আৰ্থিক সম্বল কৰি ১৯৬২ চনত বৰপেটা সমষ্টিত লোকসভাৰ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰে। প্ৰধান প্ৰতিদ্বন্দ্বী প্ৰাৰ্থী আছিল ৰেণুকাদেৱী বৰকটকী আৰু ৺ বিশ্ব গোস্বামী।

স্বাধীনতা আন্দোলনৰ পৰা আজিলৈকে হোৱা দেশৰ প্ৰতিটো জাতীয় আন্দোলনতে ঔপন্যাসিকগৰাকীয়ে ভাগ লৈ আহিছে আৰু সদায় ৰাইজৰ পক্ষত থাকে। মনত পৰে ভাষা আন্দোলনৰ সময়ত (১৯৬০) গুৱাহাটীৰ নবীন চন্দ্ৰ বৰদলৈ হলত হোৱা এখন জনসভাৰ কথা। জনাকীৰ্ণ সভা। সেই সময়ত অসমৰ মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহা। বিষ্ণুৰাম মেধি মাদ্ৰাজৰ ৰাজ্যপাল হৈ যোৱাত তেওঁৰ স্থলাভিষিক্ত হয় ৺চলিহা। সেই সময়ত চলিহা বিধানসভাৰ সদস্য নাছিল। মুখ্যমন্ত্ৰী হোৱাৰ পিছত বৰাকৰ বদৰপুৰ সমষ্টিৰ উপনিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰি বিধানসভাৰ সদস্য হয়। ৰাজ্য ভাষা সন্দৰ্ভত ৺ চলিহাই বিধান সভাত কৰা এটি মন্তব্যই গোটেই অসম উপত্যকাত তীব্ৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে। নবীন বৰদলৈ হলৰ সেই সভাখনত ভাষণ দি হিতেশ ডেকাই কৈছিল— 'আমাৰ মুখ্যমন্ত্ৰী গৰাকী ৰপ্তানি কৰা মুখ্যমন্ত্ৰী। আমদানি কৰা মুখ্যমন্ত্ৰী নহয়। ৰপ্তানি কৰা মুখমন্ত্ৰী এগৰাকীয়ে অসমীয়া মানুহৰ কথা কেনেকৈ বুজিব?' ডেকা সাহিত্যিকগৰাকীৰ এই কথাষাৰত জনতাৰ ফালৰ পৰা জাউৰিয়ে জাউৰিয়ে হাত চাপৰি পৰিছিল আৰু গিৰ্জনি মাৰি হাঁহিছিল। অসম আন্দোলনৰ কালত হিতেশ ডেকা

অসম সাহিত্য সভাৰ উপসভাপতি আছিল। সদৌ অসম গণ সংগ্ৰাম পৰিষদত তেওঁ সাহিত্য সভাক প্ৰতিনিধিত্ব কৰি অসমৰ ইমূৰৰ পৰা সিমূৰলৈ সভা সমিতিবোৰত ওজস্বী ভাষণ দি মানুহক জাগ্ৰত কৰি তুলিছিল।

হিতেশ ডেকা মান-অভিমান নথকা এগৰাকী নিৰহংকাৰী লোক। সৰু-ডাঙৰ সকলোৰে সৈতে মিলিব পাৰে। এবাৰৰ এটা কথা। ১৯৭৭ চনত পাটাছাৰকুছিত কামৰূপ জিলা সাহিত্য পৰিষদৰ অধিৱেশন অনুষ্ঠিত হৈছিল। আমি গৈছিলো সৰ্থেবাৰীৰ ভাৰতী অধ্যয়ন চক্ৰৰ প্ৰতিনিধি হৈ। ডেকাও গৈছিল সেই অধিৱেশনলৈ। আমাৰ সৈতে বহু নিশালৈ তেওঁ গল্প-গুজব কৰি থাকি আমাৰ এগৰাকী প্ৰতিনিধি গিৰিশ ডেকা আৰু মোৰ মাজতেই শুই থাকিল। মনত পৰিল এনেদৰে ফণী শৰ্মা, বিষ্ণু ৰাভাইয়ো কৃষ্টি কৰিবলৈ গৈ খেৰৰ বিচনাত শুইছিল।

১৯৫২ চনত বাসন্তী ডেকাৰ সৈতে হিতেশ ডেকাৰ বিয়া হয়। বাসন্তী ডেকা সহুজ-সৰল এগৰাকী গাঁৱৰ জীয়ৰী। শিক্ষা-দীক্ষা কম। এওঁক লৈ এখন সুন্দৰ সুখৰ পৰিপূৰ্ণ সংসাৰ চলাইছে। শিক্ষক হিচাপে ডেকা যিদৰে এগৰাকী আদৰ্শবান কৃতি শিক্ষক, পিতৃ হিচাপেও ডেকা এগৰাকী সফল পিতৃ। দুই পুত্ৰ ডঃ উমেশ ডেকা, গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক আৰু যোগেশ ডেকা শুৱালকুছি মহাবিদ্যালয়ৰ ৰাজনীতি বিভাগৰ অধ্যাপক আৰু চাৰি কন্যা— নীভা ডেকা, ইভা ডেকা, আভা ডেকা আৰু শোভা ডেকাক উপযুক্ত শিক্ষা-দীক্ষাৰে গঢ়ি তুলিছে। দেখা যায় শ্ৰীডেকা শিক্ষক, সাহিত্যিক আৰু পিতৃ তিনিওটাতে সফল হৈছে।

হিতেশ ডেকা যথেষ্ঠ ব্যক্তিত্বশালী লোক। কোনো প্ৰলোভন বা সুবিধাৰ আশাত নিজৰ আদৰ্শৰ পৰা আঁতৰি নাহে। যিসময়ত অসমৰ ভালেমান সাহিত্যিক, শিল্পী, বুদ্ধিজীৱীয়ে চৰকাৰী প্ৰলোভনত পৰি নিজৰ বুদ্ধি বিবেক আৰু কলমক চৰকাৰৰ ওচৰত বিক্ৰী কৰিছে সেই সময়ত হিতেশ ডেকাই কোনো প্ৰলোভনকে প্ৰশয় নিদি শিৰ উন্নত কৰি ৰাইজৰ পক্ষত থিয় দি আছে। তেওঁ জাতে-পাতে অসমীয়া। তেওঁৰ লেখাবোৰৰ মাজত তেওঁৰ চৰিত্ৰ দেখা যায়। তেওঁৰ বক্তৃতাত, তেওঁৰ জীৱন নিৰ্বাহৰ পদ্ধতি, সকলোতে অসমীয়া হিতেশ ডেকাজনক বিচাৰি পোৱা যায়। অসম কেশৰী অম্বিকা গিৰি ৰায় চৌধুৰীৰ পিছত বোধহয় হিতেশ ডেকাই প্ৰথম লেখক যি তেওঁৰ লেখনিৰ মাজেৰে 'অসমবাসীৰ অস্তিত্বৰ চেতনা প্ৰকাশ কৰি আহিছে।'

# হিতেশ ডেকা— এক অপৰাজেয় ব্যক্তিত্ব

**সৰোজ কাকতি**

আমাৰ কৈশোৰ অৱস্থাতো, অভিভাৱকসকলে কোনো উপন্যাস আমাক পঢ়িবলৈ নিদিছিল। সেয়েহে আমি গোপনে গঢ়ি তুলিছিলো এটা পঢ়ুৱৈৰ দল আৰু আমি লুকাই-চুৰকৈ হ'লেও পাঠ কৰিছিলো 'আজিৰ মানুহ', 'আচল মানুহ', 'এয়েতো জীৱন' ইত্যাদি উপন্যাসসমূহৰ লগতে আন আন উপন্যাসো। কেতিয়াবা ধৰা পৰিলে কাণ চেপাদি কয়— ইমান কম বয়সৰ পৰা তই উপন্যাস পঢ়িব লাগিছ্? অভিভাৱকৰ সৰল মূঢ়তা দেখি আমি আনন্দ আৰু লগতে গৌৰৱবোধো কৰিছিলো আৰু আসৈ মাতিছিলো— আৰু নপঢ়ো বুলি পিছে আমাৰ উপন্যাস পঢ়াৰ কোব আৰু অধিক বাঢ়িহে যায়। তাৰ লগে লগে প্ৰতিগৰাকী ৰচকেই আমাৰ মনত একোগৰাকী অতিমানৱত পৰিণত হৈছিল। আমি ভাবিছিলো এইসকল মানুহৰ চাগে পাৰ্থিব ঘটনাবোৰৰ লগত কোনো সম্পৰ্কই নাই। সেইসকল একোটা বিৰাট বিদেহী শক্তি। যেন মহাকবি শ্যেলীৰ কল্পনা!

কিন্তু এদিন শৈশৱ এৰি থৈ বিশ্ববিদ্যালয়ল পঢ়িবলৈ আহি জালুকবাৰী বিশ্ববিদ্যালয়ৰ সম্মুখতে ঔপন্যাসিক হিতেশ ডেকাদেৱক দেখা পালো। ধুতি-পাঞ্জাৱী পৰিহিত শান্ত-সৌম্য চেহেৰাৰ এগৰাকী পুৰুষ, মুখত এটা লৌহ কঠিন দৃঢ়তা। তাৰ পাছত আকৌ এদিন তেখেতক লগ পালো ডঃ উমেশ ডেকা ছাৰৰ কোৱাৰ্টাৰৰ সম্মুখৰ ফুলনিখনৰ কাষত। সুন্দৰকৈ ফুলি থকা এজোপা মালতি ফুললৈ চাই তেখেতে কৈ উঠিল, "ছাগলী এজনীক যদি এই ফুলজোপা দিওঁ তেন্তে তাইতো ইয়াক খাই পেলাব। ভাঙি ছিঙি পেলাব। এৰা ঠিকেইতো দস্যুতাৰ ওচৰততো সৌন্দৰ্যৰ কোনো মূল্য নাই।" হিতেশ ডেকাদেৱৰ কথাষাৰ শুনি উচপ খাই উঠিলো, শিল্পী-সাহিত্যিকসকলে বাৰু প্ৰতিটো বস্তুৰ আঁৰতেই সত্যৰ সন্ধান কৰি ফুৰে নেকি? লগে লগে সূৰ্য কুমাৰ ভূঞাদেৱে কোৱা কথা এষাৰলৈ মনত পৰি গৈছিল, "প্ৰত্যেক সাহিত্যিকেই চিন্তাশীল আৰু সত্যাগ্ৰহী হ'ব লাগিব। তেওঁৰ অভিজ্ঞতাৰ চকৰিৰ পৰা সকলো দৃশ্য আৰু ঘটনাৰ ভিতৰত

তাৎপৰ্য উলিয়াবলৈ তেওঁ চেষ্টা কৰিব লাগিব।"

এদিন ডঃ উমেশ ডেকা ছাৰে ক'লে যে তেখেতৰ পিতৃৰ অসুখ আৰু চিকিৎসাৰ কাৰণে মাদ্ৰাজলৈ যাব লাগে। গ'লব্লাদাৰ ষ্টোন, লেপাৰ'স্কপিক পদ্ধতিৰে ৰিম'ভ কৰিব লাগিব। সংবাদটো পাই ভালেই পালো— এগৰাকী স্বনামধন্য ঔপন্যাসিকৰ সৈতে মাদ্ৰাজ ভ্ৰমণ কৰিবলৈ পাম। নিৰ্দিষ্ট সময় আহি পৰিল। পৰিয়াল পৰিজনে করুণ চকুলোৰে আমাক বিদায় দিলে। কোনো অস্থিৰতা নাই। উত্তেজনা নাই সদাসতৰ্ক এইগৰাকী ব্যক্তিয়ে পৰিয়ালৰ পৰা শান্ত চিত্তেৰে বিদায় লোৱাৰ মুহূৰ্ততো লক্ষ্য কৰিছো অবিচল গাম্ভীৰ্য। উপন্যাসৰ পাতত তেখেতেইতো মানুহৰ শ্ৰেণী বিভাগ কৰিছে। সংসাৰত মানুহ দুই প্ৰকাৰৰ— একপ্ৰকাৰ আৱেগ প্ৰৱন, তাৰ পৰিচালক হৃদয় আৰু অন্য প্ৰকাৰ হ'ল বুদ্ধি বা যুক্তি প্ৰৱন, তাৰ পৰিচালক হ'ল বিবেক আৰু যুক্তি।' তেন্তে তেখেত কোন প্ৰকাৰৰ? আবেগহীন শিল্পী-সাহিত্যিকো নহয় আৰু অকল যুক্তিবাদী নিৰস যান্ত্ৰিক মানৱো নহয়— তেন্তে আবেগ নিয়ন্ত্ৰণকাৰী বিবেকবান ব্যক্তি! দুখৰ মুহূৰ্ততো তেখেতৰ মুখত এষাৰ হতাশময় উক্তি শুনিবলৈ পোৱা নাই, এবাৰৰ বাবেও ঈশ্বৰ বা ভাগ্যক দোষাৰোপ কৰি আন্তৰিক দুৰ্বলতাৰ পৰিচয় দিয়া নাই।

নিশা চাৰে দহ বজাত ট্ৰেইন। পিছে ষ্টেশ্বন পাই জানিলো চাৰে বাৰ বজাতহে। ডেকাদেৱৰ মনত কোনো বিৰক্তি নাই, ওচৰৰ পৰিয়াল এটাৰ লগত কিবা আলোচনাত ব্যস্ত। শেষত আমাৰ যাত্ৰা আৰম্ভ হ'ল। মাদ্ৰাজলৈ যোৱা কেইটামান অসমীয়া পৰিয়ালো লগ পালো আৰু স্বাভাৱিকতেই আমি গঢ়ি তুলিলো আত্মীয়তাপূৰ্ণ আনন্দৰ পৰিবেশ। খিৰিকিৰ কাষত বহি যোৱা ডেকাদেৱে মাজে মাজে স্বদেশৰ গৌৰৱময় অভিজ্ঞতাৰ কথা কৈছে। কিন্তু নিজৰ অসুখৰ কথা এবাৰো আমাৰ আগত ব্যক্ত কৰা নাই। যেন ব্যক্তিগত দৈহিক-মানসিক দুখৰ স্থান তেখেতৰ ওচৰত নাই আৰু আছে যদিও আমাৰ আগত ব্যক্ত কৰা নাই। বাৰ্দ্ধক্যৰ কোনো হতাশা আৰু নিসংগতাৰ অনুভূতিৰে আমাক কোনো প্ৰকাৰে অসুবিধা দিয়া নাই বৰঞ্চ পিতৃসুলভ দায়িত্বৰে আমাৰ খোৱা-লোৱাৰ প্ৰতি চকু ৰাখিছে। আত্মনিৰ্ভৰশীল মানুহ দেখিলেই মোৰ দাৰ্শনিক নীৎসেৰ এষাৰ কথা মনত পৰে : 'ধৰ্ম দৰ্শন বা ঈশ্বৰে মানুহক কেতিয়াও সহায় কৰিব নোৱাৰে। মানুহে নিজেই নিজৰ ৰূপান্তৰ সাধন কৰি কালক্ৰমত অতি মানৱত পৰিণত হ'ব পাৰে,

কিন্তু তাকে কৰিবলৈ অদম্য ইচ্ছা শক্তি, অন্তহীন দুখ স্বীকাৰৰ প্ৰয়োজন।" দুখ স্বীকাৰৰ এই ক্ষমতা মানুহগৰাকীৰ সত্তাৰ অবিচ্ছেদ্য অংগ বুলি দুদিন পাছত ভালদৰে উপলব্ধি কৰিব পাৰিলো।

ষ্টেশ্বনতে এজন স্বদেশপ্ৰেমী মাদ্ৰাজবাসী অসমীয়া লগ পালো। হিতেশ ডেকাৰ দৰে এজন সাহিত্যিকৰ এনে শাৰীৰিক অসুস্থতাৰ কাৰণে তেওঁৰ দুখ প্ৰকাশৰ গভীৰতা দেখি আমাৰ ভাল লাগিল। মাদ্ৰাজত কিবা অসুবিধা হ'লে তেওঁ সহায় কৰাৰ আশ্বাসো দিলে। পিছে মাদ্ৰাজ পোৱাৰ পিছত সেই স্বদেশপ্ৰেমীজন আমাৰ পৰা আঁতৰ হ'ল। উমেশ ডেকা ছাৰে তেওঁৰ ঠিকনাটো বিচাৰিলে। উত্তৰত ক'লে, "মোৰ ঠিকনাৰ প্ৰয়োজন নাই, মই আপোনালোকৰ ওচৰলৈ নিজেই আহি সহায় কৰিম। পিছে তেওঁ যি উধাও হ'ল দ্বিতীয়বাৰ আৰু আমাৰ ওচৰলৈ নাহিল। খঙত উমেশ ডেকা ছাৰে মানুহজনক কিবা কিবি বকিলে যদিও হিতেশ ডেকা ছাৰ নিৰ্বিকাৰ হৈ বহি আছে। মানুহজনৰ প্ৰতি একো মন্তব্য দিয়া নাই।

লেডি উইলিংডন নাৰ্চিংহোমত ভৰ্তি হোৱাৰ পিছত আমাৰ সকলোৰে মনক এটা অপ্ৰকাশিত মৃত্যুৰ ছাঁয়াই আবৰি ধৰিলে।কোনে জানে কি হয়। ভৰ্তি হোৱাৰ পিছদিনাৰ পৰাই চিকিৎসা আৰম্ভ হ'ল যদিও প্ৰথমতে ষ্ট'ন ৰিম'ভ কৰিবলৈ শৈল্য চিকিৎসক ব্যৰ্থ হৈ পৰিল। কিছু পৰিমাণে ৰক্ত ক্ষৰণ হ'ল। এই ঘটনাই উমেশ ডেকা ছাৰক অধিক বিচলিত কৰি তুলিছে। পিতৃৰ এনে সংকটজনক ৰূপক কোনো পুত্ৰই সহজে ল'ব নোৱাৰে। যি পিতৃক আশ্ৰয়ৰ প্ৰতীক হিচাপে গণ্য কৰা হয় সেই পিতৃৰ এনে নিৰাময়ৰূপক গ্ৰহণ কৰিব নোৱাৰাটোৱেই স্বাভাৱিক। কিন্তু হিতেশ ডেকা ছাৰ অবিচল হৈ ধৈৰ্যৰ আসনত বহি আছে। কিমানখিনি দুখ পাইছে তাৰ উমান আমাক এবাৰৰ বাবেও দিয়া নাই— মৃত্যুৰ বিভীষিকাক আমাৰ মনলৈ তিলমানো বিয়পাই দিয়াৰ প্ৰয়াস কৰা নাই।

দ্বিতীয় দিনৰ প্ৰচেষ্টাত চিকিৎসক সফল হ'ল। অপাৰেচন ৰুমৰ বাহিৰত ৰুদ্ধশ্বাসে কটোৱাৰ পিছত আবেলিপৰত তেখেতৰ সংজ্ঞাহীন দেহটো উলিয়াই অনা হ'ল। এনে এটা কৰুণ দৃশ্য আন কোনো ৰোগীৰ ক্ষেত্ৰতো হ'ব পাৰে কিন্তু এইগৰাকী পুৰুষেইতো দুৰ্দমনীয় শক্তিৰে এদিন কাম কৰি গৈছিল। বাৰ্দ্ধক্যৰ স্বাভাৱিক ক্ৰিয়াশীলতাক আমি স্বাভাৱিক বুলি গ্ৰহণ কৰিবই লাগিব পিছে এই বাৰ্দ্ধক্যইতো মানুহৰ স্বাভাৱিক শক্তিক আত্মসাৎ

কৰি আনে। নিসাৰ হৈ থকা ব্যক্তিগৰাকীৰ দেহটোলৈ চাই ভাব হৈছিল— অসমৰ এগৰাকী শ্ৰেষ্ঠ কথাশিল্পী আজি শায়িত হৈ আছে নিজৰ জন্ম ঠাইৰ পৰা অনেক দূৰত। অৱশ্যে শিল্পী-সাহিত্যিকৰ বাবে পৃথিৱীখনেইতো জন্ম ভূমি, মানুহেইতো স্বজাতি।

নিশা দহমান বজাত তেখেতৰ সংজ্ঞা উভতি আহিল।

ৰাতিপুৱা দেখিলো সেই একেই অনমনীয় দৃঢ় মুখছবি, যিয়ে এবাৰৰ কাৰণেও কোনো দেৱ-দেৱীক জীৱনৰ কাৰণে বা কষ্টৰ কাৰণে দোষাৰোপ কৰা নাই, কাতৰভাৱে মতা নাই। ভল্টেয়াৰে কৈছিল, "মৃত্যুৰ বিষয়ে অবাবতে চিন্তা কৰি সময়ৰ অপচয় নকৰিবা কেৱল কাম কৰি যোৱা। জীৱনটোক সহনীয় কৰি তোলাৰ সেইটোৱেই একমাত্ৰ উপায়। অপূৰ্ণতাক সহজে স্বীকাৰ কৰি লোৱাৰ মানসিকতাই হ'ল জীৱনৰ সৰল পথ। যিখিনি পাইছো তাকেই শ্ৰেষ্ঠ সম্পদ বুলি ভাবিব পৰা ক্ষমতাইতো আমাক সহজভাৱে জীয়াই থাকিবলৈ প্ৰেৰণা দিয়ে।"

এবাৰ বিছনাৰ পৰা উঠিব বিচাৰিলে আৰু মই সহায় কৰি দিয়াত আগতেই বিচনাত উঠি বহিল। ভাব হ'ল কাৰোবাৰ পৰা কৰুণা বা পুতৌ ভিক্ষা কৰি তেখেতে জীয়াই থাকিব নিবিচাৰে। আনফালে বাৰ্দ্ধক্যৰ প্ৰতিও যেন ঘোষণা কৰিছে এটা অন্তহীন জেহাদ। যাক আমি ৰোগ সয্যাত পৰি থকা এগৰাকী দুৰ্বল ব্যক্তি বুলি পুতৌৰ দৃষ্টিৰে চাই আছিলো সেই জনেই আমাক হাঁহি মুখে ইটো সিটো কথা সুধিলে। ঘৰলৈ খবৰ দিছো নে সুধিলে। আমাৰ থকা-খোৱা ভালদৰে চলিছে নে নাই সেই খবৰো ল'লে। মানুহৰ বাৰ্দ্ধক্য দেহত নাথাকে— থাকে মনত। কিছু মানুহ থাকে যিসকলে অকাল বাৰ্দ্ধক্যক মাতি আনে মানসিক দুৰ্বলতাক প্ৰশয় দি আন কিছুমানে আকৌ বৃদ্ধ বয়সতো স্বীকাৰ কৰিব নোখোজে প্ৰকৃতিৰ কঠোৰ নিয়মক।

নিশা তেখেতৰ লগত মই প্ৰায় বাৰমান বজালৈ থাকিলো। আৰু তেতিয়াই তেখেতে পৰম হেপাহেৰে নিজৰ জীৱনৰ কিছুমান কথা কৈ গ'ল।

'জানা সৰোজ জীৱনত মই কোনো দিন হাৰি যাব খোজা নাই। জীৱনত বহুত দুখ-কষ্টৰ সন্মুখীন হৈছো কিন্তু কোনো বিপদেই মোক হতাশ কৰিব পৰা নাই।' সৰুৰে পৰাই হিতেশ ডেকাদেৱক, গাঁৱৰ ৰাইজে

মৰমতে 'ৰাজা' বুলি মাতিছিল হেনো। চাৰি ভাইৰ ভিতৰত এতিয়া মাথো বাইদেউক জীয়াই আছে। সৰু ভাতৃ হেনো বৰ মেধাৱান আছিল। পিছে অকালতে প্ৰাণ হেৰুৱালে। হাইজা-মহামাৰী দুয়োযে বাবে কাল হৈ আহিল। পিছে এদিন নিষ্ঠুৰ সময়ে তেখেতৰ পিতৃকো নিজৰ বুকুলৈ টানি লৈ গ'ল। তেতিয়া তেখেতৰ বয়স আছিল মাথোঁ সাত বছৰ। আত্মীয়-কুটুম্ব সকলো থাকে নলবাৰীত। বিধৱা মাতৃৰ এতিয়া আঁচলৰ ধন হৈ থাকিল ৰাজা। বন্ধুৰ সহায়, মাতৃৰ কৰ্ম আদিৰ মাজেৰে সীমিত পৰিয়ালটো কোনো মতে জীয়াই থাকিল। সাত বছৰ বয়সৰ পৰাই তেখেতে জীৱিকাৰ কথা ভাবিব লগা হ'ল। বাৰীত এডাল ডাঙৰ কদম গছ আছিল আৰু তাতে বগাই আছিল এডাল পাণলতা। তাৰ পৰা পাণ পাৰি বেচি ৰাজাই খোৱা-লোৱাৰ খৰচ উলিয়াব লাগে। শেষত এজন ব্যৱসায়ী আগবাঢ়ি আহিল— চুক্তি হ'ল যে তেওঁ পাণ পাৰি নি বজাৰত বিক্ৰী কৰিব আৰু তাৰ বাবদ দৈনিক এক অনাকৈ পইচা দিব। খৰি-খেৰ ৰাজাই নিজেই বাৰীৰ পৰা বুটলি আনে।

ৰাজাৰ আন এটা নাম আছিল বাৰীকোঁৱৰ। তাৰ উপৰি আছিল অতি দুৰ্দান্ত স্বভাৱৰ। যিটো কাম শুদ্ধ বুলি ভাবে তাকে কৰিবই। এদিন হেনো গাঁৱৰে বিধবা মাতৃ এগৰাকীয়ে ৰাজাৰ মাকৰ ওচৰলৈ আহি ক'লে যে তেওঁৰ পুত্ৰৰ হেনো টাইফয়েদ জ্বৰ। বিশেষ একো পথ্য পাতিৰ যোগাৰ ধৰিব পৰা নাই। সেয়ে ডালিম দুটামান বিচাৰি আহিছে। মাকেও ক'লে সেয়া ৰাজাই কৰিব পাৰিব। ৰাজায়ো তিৰোতাগৰাকীক বিপদৰ সময়ত সহায় কৰিবলৈ পাই ভালেই পালে। কিন্তু কথা হ'ল গাঁৱৰ আটাইতকৈ প্ৰতিপত্তিশালী মানুহ ঘৰতহে এডাল ডালিম লোমালোমে লাগি আছে। ডালিমৰ গৰাকী মহাজন গাঁওবুঢ়াই সেই ডালিম কাকো ছিঙিব নিদিয়ে, আনকি পৰিয়ালৰ মানুহকো। ৰাজাই গৈ কাকো নোসোধাকৈ দুটা ডালিম ছিঙি আনি বেমাৰীৰ পথ্য ৰূপে দি পঠালে। মহাজনে খবৰটো পাই ৰাজাৰ ঘৰলৈ আহি ৰাজাৰ অনুপস্থিতিত মাকক তৰ্জন গৰ্জন কৰিলে, তিৰস্কাৰ কৰিলে দস্যু-ডকাইত জন্ম দিছ বুলি। স্কুলৰ পৰা উভতি আহি ক্ৰন্দনৰতা মাকৰ পৰা ঘটনাৰ সবিশেষ জানিব পাৰি মাত্ৰ ক'লে, 'তই নাকান্দিবি। মই যি কৰিব লাগে কৰিম। মইতো ডালিম মোৰ কাৰণে ছিঙা নাই।' সেইদিনা ৰাতিয়েই ৰাজাই নিজৰ সমনীয়া দলক আদেশ

দিলে যে মহাজনৰ ডালিম গছ উঠাব লাগে। আদেশ মতেই কাম। নিশা সকলো শোৱাৰ পিছত ৰাজাৰ বন্ধুসকলে হাতে হাতে অস্ত্ৰ লৈ ওলাই আহিল। বুঢ়াৰ ঘৰৰ দৰ্জা বাহিৰৰ পৰা বান্ধি ল'লে আৰু কৰতেৰে ডালিমডাল মাটিৰ সমানকৈ কাটি আটাইকেজনে ধৰি দাঙি লৈ আহিল। নৈৰ পাৰত বহি ডালিমবোৰ ছিঙি বস্তাত ভৰালে আৰু নাৱত ভৰাই আন গাঁৱলৈ পঠাই দিলে। গছডাল পুখুৰীৰ পানীত ডুবাই থ'লে। পিছে ৰাজাই তাৰে এটা ডালিমো মুখত নিদিলে। পিছদিনা ৰাতিপুৱা আকৌ এখন হাহাকাৰ লাগি পৰিল। লোমালোমে লাগি থকা ডালিম এদাল ঠিতাতে নাইকিয়া হ'ল। সকলোৱে বুজিলে সেয়া ৰাজাৰ কাম বুলি। ৰাজাকো ধৰি শাস্তি বিহাৰ কথা ভাবিলে যদিও ভয়ো খালে কাৰণ ৰাজাৰ লগত সততে থাকে এটা দুৰ্ধৰ্ষ ল'ৰাৰ জাক। সিহঁতে ৰাজাৰ এটা ইংগিততে মহাজনকো উঠাই নিব পাৰে ডালিম গছৰ দৰে। ৰাজাৰ মতে যিটো বস্তু মানুহৰ বিপদৰ সময়তে নালাগে সেইটোৰ বাৰু কি প্ৰয়োজন। সেই সময়ত ডালিমডাল হৈ পৰিছিল মহাজনৰ আভিজাত্য আৰু ক্ষমতাৰ প্ৰতীক। যাৰ কাৰণে শিশু ৰাজাই যুঁজ কৰিব লগা হ'ল।

শিক্ষা জীৱনত প্ৰথম পথ প্ৰদৰ্শক হ'ল কৰ্পূৰ নামৰ এজন বন্ধু। বিধৱা মাতৃৰ সন্তান ৰাজাই বাৰীকোঁৱৰ হৈ উমলি-জামলিয়েই কটালে। পিছে বন্ধু কৰ্পূৰে এদিন ৰাজাক স্কুললৈ যোৱাৰ কথা ক'লে। বয়সত কৰ্পূৰ ৰাজাতকৈ বহুত ডাঙৰ— অ আ ক খ মাতিব-লেখিব পাৰে। কিন্তু কোনোপধ্যে 'ক্ষ' আখৰটো লিখিব নোৱাৰে। সেই কৰ্পূৰে এদিন ৰাজাক এখন টিঙৰ ফলি আৰু পেঞ্চিল এডাল উপহাৰ দি স্কুললৈ লৈ গ'ল। কিন্তু দুৰ্ভাগ্য যে অ আৰু ক ফলা নজনাকৈ কোনেও স্কুলৰ ভিতৰত বহি শিক্ষা গ্ৰহণ কৰিব নোৱাৰে। এনেকৈ কেইদিনমান যোৱাৰ পিছত স্কুলৰ বাহিৰত বহিব লগা হোৱা ৰাজাই, খঙে অভিমানে জৰ্জৰিত হৈ স্কুললৈ যোৱাটোকে বন্ধ কৰি দিলে। তাতকৈ বাৰীয়ে বাৰীয়ে আম-জাম খাই, চৰাই পখিলা ধৰি ফুৰাতেই দেখোন বেছি লাভ। ৰাজা স্কুললৈ নোযোৱা দেখি কৰ্পূৰ আহি ওলাল আৰু অভিমানী ৰাজাক বহুত বুজাই-বঢ়াই স্কুললৈ যাবলৈ সন্মত কৰালে। ৰাজায়ো কথা দিলে যে 'অ' ফলা, 'ক' ফলা পঢ়িব আৰু লেখিব পাৰিলেহে তেওঁ স্কুললৈ যাব। তাৰ পিছত দুদিন ধৰি ৰাজাই মাটিত বস্তা পাৰি পেটপেলাই শুই শুই 'অ' আৰু

'ক' ফলা লিখিলে। আনকি কৰ্পূৰে লিখিব কোৱা 'ক্ষ' আখৰটোও। শেষত স্কুলৰ বাৰান্দাত বহি থকা ৰাজাক প্ৰধান শিক্ষকে পৰীক্ষা কৰি চাই স্কুলৰ ভিতৰত বহিব দিলে। তাৰ পাছত আৰু ৰাজাক পাই কোনে— কেইদিনমানৰ ভিতৰতে ৰাজা শ্ৰেণীৰ প্ৰথম ল'ৰা হ'ল আৰৌ গোটেই শ্ৰেণীটোক প্ৰচলিত নিয়ম মতে পঢ়া শুনাত তদাৰক কৰিব লগা হ'ল। এতিয়া ওলোটাই ৰাজাই কৰ্পূৰহঁতকহে শিকাব লগাত পৰিল। দুৰ্দান্ত এই ল'ৰাজন শেষত শিক্ষকৰ আটাইতকৈ প্ৰিয়পাত্ৰ হ'ল। সৰু হৈ থাকোঁতে ৰাজাৰ স্মৃতি শক্তি হেনো অতি প্ৰখৰ আছিল। কোনো এটা দুবাৰ পঢ়িলে ৰাজাৰ সকলো কথা মনত থাকি যায়।

আৰৌ এদিন বাৰিষাৰ নৈ পাৰ কৰি দিবলৈ দুগৰাকী তিৰোতাই ৰাজাক অনুৰোধ কৰিলে। আনক বিপদৰ পৰা উদ্ধাৰ কৰিবলৈ গৈ ৰাজাই ওচৰৰ ঘাটটোৰ পৰাই নাও এখন আনি তিৰোতা দুগৰাকীক নৈখন পাৰ কৰাই দিলে আৰু যথাস্থানত নাওখন থৈ আহিল। এই কথা জানিব পাৰি নাৱৰ গিৰিহঁতে ৰাজাক গালি পাৰিলে বৰকৈ। ৰাজাৰ ভাব হ'ল মই মানুহৰ উপকাৰ কৰিবলৈহে অলপ সময়ৰ কাৰণে নাওখন নিছো তাতে আৰৌ গালি-শপনি কিয় ?' সেয়ে সেই দিনা ৰাতিয়েই নাওঁখন নি ৰাজাৰ বন্ধু-বৰ্গই কোনোবা পিতনিত লুকুৱাই থ'লে। ছমাহ পাছতহে তাক উলিয়াই দিলে।

অভাৱ অনাটনৰ মাজতে কোনো ৰকম জীয়াই থাকোঁতে এদিন হঠাতে পুলিচ থানাৰ পৰা নটিছ আহিল যে ৰাজাহঁতৰ ঘৰৰ ভেটিটো হেনো কোনোবা মাৰোৱাৰী মহাজনে কিনি লৈছে। কেতিয়াবা হেনো ৰাজাৰ সোণৰ অলংকাৰ বন্ধকত থৈ মাৰোৱাৰী মহাজনৰ পৰা টকা আনিছিল তাৰেই সূতৰ আৰু মূলৰ বাবদ ৰাজাহঁতৰ ভেটিৰ মাটি কিনি ল'লে। নিৰাশ্ৰয়ৰ ভয়ত ৰাজাৰ মাতৃ কান্দি উঠিল, ৰাজাই কিন্তু ভাবিছে কিবা এটা কৰিব লাগিব। আৰু এদিন সঁচাকৈয়ে মাৰোৱাৰী মহাজন, দুজন পুলিচসহকাৰে ৰাজাৰ ঘৰত হাজিৰ। উদ্দেশ্য হ'ল ৰাজা আৰু মাকক সেই ঘৰৰ পৰা খেদি পঠাই সেই ঠাই দখল কৰিব। পুলিচ আৰু মহাজন আগুৱাই অহা দেখি ৰাজাৰ হাতৰ হুইচেল বাজি উঠিল আৰু মুহূৰ্তৰ ভিতৰতে এজাক ল'ৰাই হাতত দা-যাঠি লৈ আহি চাৰিফালে বেৰি ধৰিলে। ভয়ত পুলিচ দুজন কঁপিবলৈ ধৰিলে। পেটুৱা মহাজনৰ পেট ফালিম বুলি চোঁচা লওঁতেই মহাজন গাড়ীত উঠি পলাল। পুলিচ দুজনক একো কৰা

নহ'ল— থানাৰ আদেশতহে সিহঁত আহিছিল। পিছত কেছ কৰি সেই মাটি নিজৰ হাতলৈ আনিলে।

এদিন ৰাজাই প্ৰাইমাৰী এবি এম, ভিৰ ছাত্ৰ হ'ল আৰু তেতিয়াই হেনো শৰীৰ চৰ্চাও আৰম্ভ কৰিলে। পিছে স্কুলৰ পৰীক্ষাত প্ৰথম গুচি দ্বিতীয় হ'ল— শৰীৰৰ বল বাঢ়িল, বুদ্ধি কমিল— সেয়েহে শৰীৰ চৰ্চাৰ তিমানতে ইতি ৰেখা টানিলে। সেই সময়ত অতি সহজে দুই মোন ওজনৰ ধানৰ বস্তা কঢ়িয়াই নিব পাৰে। এম, ভিৰ শেষ পৰীক্ষাত তথাপি অসমৰ ভিতৰতে অসমীয়া বিভাগত সৰ্বোচ্চ নম্বৰ পালে।

হাইস্কুলত পঢ়ি থাকোঁতেই ছাত্ৰ সংগঠনৰ নেতা হ'ল। লগতে জীৱিকাৰ চিন্তা মগজুত। নিজে খোৱাৰ উপৰি মাকক খুৱাব লাগে। পঢ়িব লাগে। ৰাতি হ'লে ৰাজাই থিয়েটাৰ কৰে। প্ৰতি ৰাতিত পাঁচ টকালৈ পায়। তাৰে মাহটো সুন্দৰকৈ চলি যায়। আঢ়ৈ টকাত দুমোন ধান পায়।

সেই সময়ত হাইজা, সন্নিপাত, টাইফয়েদ আদি ৰোগৰ তাণ্ডৱ লীলা। কলেৰা লাগি ৰাতিৰ ভিতৰতে বহুত মানুহ উচন কৰি যায়। ৰাজাই স্কুলীয়া ল'ৰাৰ এটা বিশজনীয়া দল লৈ ঘৰে ঘৰে শুশ্ৰূষা কৰি ফুৰিছিল। নিশা বেমাৰীক পহৰা দিয়া, ঔষধ অনা সকলো কাম ৰাজাহঁতে কৰিছিল। হাইস্কুলত থাকোঁতে ফুটবলো খেলিছিল, এজন পেশাদাৰী খেলুৱৈ হিচাপে। কাৰণ ৰাজাই ফুটবল খেলাৰ পইচাৰে পঢ়িবও লাগে খোৱাৰ কাৰণে ধানো আনিব লাগে। প্ৰতিখন খেলত দুটকাকৈ পাৰিশ্ৰমিক পায়। খেলুৱৈ হওঁতে ৰাইজে নাম দিলে 'বিৰিংগুটি'। দলৰ ভিতৰত কনিষ্ঠ বিৰিংগুটিক প্ৰতিপক্ষই হৰুৱাব নোৱাৰি শেষত অন্যায়ৰ পথ গ্ৰহণ কৰিলে। চেঙালৈ খেলিবলৈ যাওঁতে প্ৰতিপক্ষই ফিল্ডত বগৰাই লৈ গছকি সোঁহাত খন ভাঙি দিলে। পোন্ধৰ বছৰমান বয়সৰ পৰাই তেখেতে সাহিত্য চৰ্চা কৰিছিল। হাইস্কুলত পঢ়ি থাকোঁতেই 'গাঁৱলীয়া' নামৰ এখন উপন্যাস ৰচনা কৰিছিল। 'প্ৰায়শ্চিত্ত' নামৰ গল্প সংকলনখন হাইস্কুলৰ দেওনা পাৰ হৈয়ে প্ৰকাশ কৰিছিল।

১৯৪৩ চনৰ পৰা ১৯৪৫ চনলৈকে দেশ স্বাধীন কৰিব বুলি প্ৰতিজ্ঞাত উগ্ৰবাদী হৈ দিহিঙে-দিপাঙে পলাই ফুৰিলে। ছয় মাহ অজ্ঞাতবাসতো থাকিল। তাৰ মাজতো কিন্তু জীৱিকা অৰ্জনৰ চিন্তা এৰা দিয়া নাই। হাবো মনা নাই। মিলিটাৰীৰ লগতেই অহা যোৱা কৰি কাগজ আৰু এণ্ডাৰৰ ব্যৱসায়

কৰিলে। বেডিঙৰ দৰে এটা পঞ্চাশ কেজি ওজনৰ কাগজৰ নুবা কাৱলতিৰ তলত লৈ আছে, পিঠিত থাকে আন আন বস্তু। পুলিচবোৰে ভাবে সেইজন মিলিটেৰী— সিহঁতৰ চকুৰ আগেৰেই পাৰ হৈ যায়। ৰাতিটো মাৰোৱাৰীৰ গো-ডাউনৰ মাজতেই সোমাই থাকে বাদামৰ মাজত। লগতে পেটৰ ভোকো কেতিয়াবা নিবাৰণ কৰিবলগীয়া হয় বাদামেৰে।

শেষত এদিন ৰাজাই নলবাৰী কলেজলৈ পঢ়িবলৈ আহিল হিতেশ ডেকা হৈ। নলবাৰী কলেজত আহি হঠাতে এদিন তেখেতে কাকো নমতা হ'ল। অনবৰত নিজৰ লগতেই কথা পাতি থাকে। বন্ধু কেইজনমানে ভাবিলে হিতেশৰ প্ৰেমৰোগ আৰম্ভ হ'ল। ব্যৰ্থতাই হয়তো তেখেতক হতাশ কৰিলে। সেয়েহে বন্ধু চাৰিজনে তেখেতক হোষ্টেলৰ পৰা নি মেচ এটাত ৰাখিলে। সুকীয়াকৈ কোঠালীৰ ব্যৱস্থা কৰিলে লগতে অনবৰত তেওঁলোকৰ চোকা পহৰা। পিছে হঠাতে এদিন তেখেতে মাজনিশাৰ পৰা লেখিবলৈ আৰম্ভ কৰিলে। সেই যে আৰম্ভণি ঘটিল, তাৰ পাছত সম্পূৰ্ণ পাঁচ মাহ পিছত সম্পূৰ্ণ হৈ ওলাল উপন্যাস 'আজিৰ মানুহ'। বন্ধু কেইজনে ইতিমধ্যে পঢ়ি শেষ কৰিছিল আৰু পাণ্ডুলিপি গৈ হোষ্টেল পালে। সেইখন হেৰাই যোৱাৰ ভয়ত বন্ধু গোপী বৰ্মাই তাৰে প্ৰতিলিপি এটা কৰিলে। আৰু এদিন সেইখনকেই আলোক প্ৰেছত দি ছপাই উলিয়ালে সম্পূৰ্ণ নিজৰ খৰচত। তেতিয়াও তেখেত ব্যৱসায়ত জড়িত আছিল। ব্যৱসায়ৰ টকাৰেই নিজে পঢ়াৰ উপৰি মাকলৈয়ো খৰচ পঠিয়াব লাগে। ডেকাদেৱে চৈধ্যশ টকা খৰচ কৰিছিল এটা গভীৰ আত্মপ্ৰত্যয়েৰে। নিজৰ সৃষ্টিৰ প্ৰতি এনেকুৱা আত্মবিশ্বাস কম সংখ্যক শিল্পীৰ ক্ষেত্ৰতহে পৰিদৃষ্ট হয়। সেই সময়ৰ নলবাৰী কলেজৰ অধ্যক্ষ ত্ৰৈলোক্য নাথ গোস্বামীদেৱে হিতেশ ডেকাদেৱক মাতি নি ক'লে, 'তুমিতো মোৰ কালি ৰাতি টোপনি ক্ষতি কৰিলা।' পিছত ঔপন্যাসিকে বুজিব পাৰিলে যে নিশা 'আজিৰ মানুহ' পঢ়ি গোস্বামী ছাৰৰ চকুত টোপনি নাই।

এবাৰ ইলেক্চনত মহেন্দ্ৰ মোহন চৌধুৰীৰ সপক্ষে খাটি চৌধুৰীক জয়লাভ কৰাই দিলে। পিছে নিজেই নিৰ্দলীয় প্ৰাৰ্থী হিচাপে এম পিৰ ইলেকচন খেলি জয়লাভ কৰিব নোৱাৰিলে। এফালে ঔপন্যাসিকগৰাকীৰ লাভেই হ'ল। ৰাজনীতি কৰি সাহিত্য চৰ্চা কৰাটো প্ৰায় অসম্ভৱ হ'লহেঁতেন। মুখ্যমন্ত্ৰী চৌধুৰী দেৱে হিতেশ ডেকা দেৱক বি ডি অ'ৰ চাকৰি এটা যাচিলে।

পিছে সেই সময়ৰ কামৰূপৰ জিলাধিপতি কমলেশ্বৰ বৰাদেৱে ক'লে যে ঔপন্যাসিকজনা প্ৰশাসনৰ লাইনত যাব নালাগে। তেখেতৰ কাৰণে শিক্ষকৰ পদ এটাহে অধিক যুক্তিযুক্ত হ'ব। সেই মতেই হিতেশ ডেকা দেৱ জালুকবাৰী হাইস্কুললৈ প্ৰধান শিক্ষক হৈ আহিল। গাড়ীগাঁৱৰ অৱস্থা সেই সময়ত আজিৰ দৰে উন্নত নাছিল। নতুনকৈ ৰাস্তা-ঘাট সকলোবোৰ নিৰ্মাণ কৰিবলগীয়া হ'ল। হাবি কাটি জংঘল উলিয়াই ঘৰ বান্ধি নতুনকৈ সংসাৰ আৰম্ভ কৰিলে।

সাংসাৰিক জীৱনতো এটা শোকাৱহ দুৰ্ঘটনা সংঘটিত হ'ল। ডাঙৰজনী কন্যাৰ পঁচিশ বছৰ বয়সত হঠাতে এদিন পৰলোকপ্ৰাপ্তি ঘটিল। জীৱনত অপূৰ্ণতাই মানুহক স্বাভাৱিকতেই আহত কৰে। আত্মীয় পৰিজন সকলোৱে কান্দিলে কিন্তু হিতেশ ডেকাদেৱে নাকান্দি ক'লে; 'প্ৰভূ, তুমি মোক জীৱনত বহুত দুখ দিলা এইবাৰ কিন্তু মোক শোকো দিলা।' যৌৱন সুলভ অহংকাৰেৰে যদিও 'আচল মানুহ' উপন্যাসত ঈশ্বৰৰ অনস্তিত্বৰ কথা ঘোষণা কৰিছিল তথাপি এই কৰুণ মুহূৰ্তই তেখেতক ঈশ্বৰৰ বিষয়ে সচেতন কৰি তুলিলে। তথাপি অহংকাৰেই অহংকাৰ স্বৰূপ হৈ তেখেতৰ চৰিত্ৰক আৰু অধিক শক্তিশালীহে কৰি তুলিলে। নিয়তি প্ৰদত্ব শোকৰ ওচৰত হাৰ নামানি মাথোন স্বীকাৰ কৰিছে নিয়তিৰ ক্ষমতা আৰু অন্যায় বিচাৰৰ কথা।

অপাৰেচন কৰি উঠা ভাগৰুৱা মানুহ এগৰাকীৰ কাৰণে ইমানবোৰ কথা কোৱাটো যুক্তিসংগত নহয়। আনফালে মই তেখেতক বাধা কৰিবও পৰা নাই। কথাবোৰ শুনিও ভাল লাগিছে। শেষত তেখেতক অনুৰোধ কৰি ক'লো কিছু সময় জিৰণি ল'বলৈ। মোৰ অনুৰোধ ৰক্ষা কৰি তেখেত শুই পৰিল।

পৃথিৱীৰ প্ৰায় সকলো কেইগৰাকী প্ৰতিভাবান মহৎ ব্যক্তিৰ জীৱনেই এনেকুৱা অন্তঃ বা বহিঃ সংঘাতেৰে পৰিপূৰ্ণ। অন্তৰত দুখ-সুখ নাথাকিলে যেন সৃষ্টি সুন্দৰ নহয়— এয়েই হয়তো প্ৰকৃতিৰ অলিখিত নিয়ম। সংসাৰ থাকিলে দুখ যন্ত্ৰণা থাকিবই। কিন্তু এই যন্ত্ৰণাক জয় কৰি জীৱনক সঠিক পথেৰে আগুৱাই নিব পৰাতেই মানৱ আত্মাৰ কৃতিত্ব। সুখ-দুখ, লাভ-লোকচান, বিপদ-বিঘিনি, পাপ-পুণ্য, পুৰস্কাৰ-তিৰস্কাৰ এই সকলোৰে উৰ্ধলৈ যোৱাৰ মানসিকতা প্ৰকাশ কৰিছে তেখেতৰ 'আচল মানুহ' উপন্যাসত।

সেই আদর্শৰ অনুধাৱন কৰাৰ প্ৰবল প্ৰয়াস তেখেতৰ নিজৰ জীৱনতো দেখা যায়। তেখেতৰ কলাৰ সৃষ্টি অকল কলাৰ বাবে নহয়। বাস্তৱিক জীৱনত তেখেতে যেনেকৈ সমাজৰ প্ৰতি, ওচৰ-চুবুৰীয়াৰ প্ৰতি দায়িত্ব প্ৰদৰ্শন কৰি আহিছে, সাহিত্যিক জীৱনতো তেখেতে তেনে এটা কল্যাণকামী আদৰ্শৰেই সাধনা কৰি আহিছে। আজিৰ মানুহ, আচল মানুহ, এয়েতো জীৱন, বৈৰী মানুহ— ইত্যাদি শিৰোনামবোৰেই চিহ্নিত কৰে মানুহৰ প্ৰতি থকা গভীৰ প্ৰেম। অৱশ্যে কোনোবা দুৰ্বল মুহূৰ্তত স্বজাতিৰ প্ৰতি থকা অধিক মোহে তেখেতক মোহাবিষ্ট কৰিবলৈকো এৰা নাই। তথাপি হিতেশ ডেকাদেৱৰ মানৱীয় কল্যাণকামী দৃষ্টিভংগীৰ প্ৰসংগতে পাব্‌লো পিকাচোৰ এষাৰ কথা মনলৈ আহে— "মই চিত্ৰ শিল্পক কেৱল আনন্দৰ উপকৰণ হিচাপে গণ্য কৰা নাই। সকলো সময়তে মই চেষ্টা কৰিছো মানৱ সমাজ আৰু বিশ্বৰ জ্ঞান ভাণ্ডাৰৰ গভীৰলৈ প্ৰৱেশ কৰিবলৈ। এতিয়া মই উপলব্ধি কৰিছো যে এইটোৱে যথেষ্ট নহয়। মই মোৰ শিল্প আৰু সত্তাক মানুহৰ কল্যাণৰ সংগ্ৰামত নিয়োজিত কৰিব লাগিব।" হাবাৰ্ট ৰিডে কৈছিল, 'art for life sake, why not? if it is art? ডেকাদেৱেও এনে এষাৰ কথাই আমাক কৈছিল, "মোৰ জীৱনত মই কোনো দিন মোৰ ফালে চোৱা নাই। পৃথিৱীৰ প্ৰতি গৰাকী মানুহেই আটাইতকৈ ভাল পায় নিজক; মাথোন সেই ভালপোৱাৰ প্ৰকাশৰ স্বৰূপবোৰহে কেতিয়াবা আন মানুহৰ কল্যাণকামী হয় নতুবা ধ্বংসকাৰী হয়। আৰৌ এই কথাও সত্য যে আত্ম সুখ বিচাৰি ফুৰিলে মানুহে হঠাতে নাপায় যদিহে কল্যাণকামী কৰ্মৰ মাজেৰে কঠোৰ পৰিশ্ৰম কৰিব পাৰে তেতিয়াহে মানুহে প্ৰকৃত সুখ -শান্তি লাভ কৰিব পাৰে।" ঔপন্যাসিকগৰাকীৰ অনমনীয় ব্যক্তিত্বই সৎ কৰ্মৰ মাজত জীৱন উৎসৰ্গা কৰাৰ আদৰ্শৰ পোষকতা কৰে। আজিৰ মানুহত ঔপন্যাসিকে দাঙি ধৰিছে এনে এটা ত্যাগৰ আদৰ্শকে। আপাত দৃষ্টিত প্ৰতাপৰ চৰিত্ৰ দুৰ্বল যেন লাগিলেও আত্মিক বলেৰে বলীয়ান এই চৰিত্ৰটোৱে ইচ্ছা কৰিলে নীলিমাক নিজৰ পত্নী কৰি ল'ব পাৰিলেহেঁতেন। কিন্তু প্ৰেয়সী নীলিমাক ত্যাগ কৰাৰ মাজেৰে ঔপন্যাসিকে দাঙি ধৰিছে আত্মাৰ শক্তিৰ প্ৰকৃত স্বৰূপ। বাস্তৱিক বা ব্যৱহাৰিক জীৱনতো ঔপন্যাসিকগৰাকীয়ে প্ৰাধান্য দিয়ে আত্মিক বলৰ ওপৰতহে। সেই বুলি আদৰ্শক ব্যাধিৰূপে নল'বলৈ বাস্তৱিক জীৱনত প্ৰয়োজনৰ ক্ষেত্ৰত হাতত

অস্ত্ৰ তুলি ল'বলৈকো কুণ্ঠাবোধ নকৰে। আচল মানুহৰ নায়ক মদনৰ চৰিত্ৰাংকনৰ মাজেৰেই যেন এই কথা প্ৰতিয়মান হৈছে। সংঘাতৰ সৈতে মুখামুখি হওঁতে এই গৰাকী ঔপন্যাসিকে গভীৰ আত্মবিশ্বাসেৰে থিয় দিছে আৰু প্ৰত্যাহ্বান জনাই আহিছে জীৱনৰ দুখ-যন্ত্ৰণাক। সুখৰ লগতে দুখ অহাটোও স্বাভাৱিক কিন্তু সেই সত্যক সহজভাৱে গ্ৰহণ কৰাটোহে অধিক যন্ত্ৰণাদায়ক। যন্ত্ৰণাক আওকাণ কৰি সৃষ্টিৰ মাজেৰে অপৰাজেয় হৈ থকাটোহে প্ৰকৃত আত্মশ্ৰদ্ধাশীলতাৰ নিদৰ্শন।

# শিক্ষাগুৰু হিতেশ ডেকাৰ জীৱন-সান্নিধ্যৰে

শ্ৰী মহেন্দ্ৰ মোহন দাস

বিদ্যতে হৃদয়-গ্ৰন্থিশ্চ্ছিবন্তে সৰ্বসংশয়ঃ ।
ক্ষীয়ন্তে চাস্য কৰ্মাণি তস্মিন্ দৃষ্টে পৰাৱৰে।।

"পৰাৎপৰ পূৰ্ণব্ৰহ্ম জনা হ'লে জীৱৰ বুদ্ধিত আঁটি আঁটি বান্ধ খোৱা সাংসাৰিক বাসনাৰূপ গাঁথিবোৰ মেলখাই যায়। সকলো সন্দেহ দূৰ হয় আৰু শুভাশুভ সকলো কৰ্ম আৰু তাৰ ফল নষ্ট হৈ যায়। অৰ্থাৎ সেই জীৱই সমস্ত বন্ধনৰ পৰা মুক্ত হৈ আনন্দঘন পৰমাত্মাৰ সৈতে অখণ্ডানন্দত মজি যায়।" — মুণ্ডকোপনিষদ্

যি লেখক সাধক হ'ব পাৰিছে তেৱেঁই ঋষি। যি ঋষিয়ে পূৰ্ণব্ৰহ্মক জানিছে তেৱেঁই অখণ্ডানন্দত মজি থাকে। ইয়াৰ দ্বাৰা বুজা যায় এজন সফল লেখক হ'ব লাগিলে একনিষ্ঠ সাধনাৰ প্ৰয়োজন। গভীৰ অনুভূতি নহ'লে সাধনাত সিদ্ধি লাভ কৰিব নোৱাৰি আৰু সাধনাত সিদ্ধি লাভ নহ'লে সকলোৰে নমস্য হ'ব নোৱাৰে। ঋষি হয়নে নহয় ক'ব নোৱাৰিলেও হিতেশ ডেকা যে এজন সাহিত্যৰ সাধক সেই কথা ক'ব পাৰো। এই সাহিত্যৰ সাধক শ্ৰী হিতেশ ডেকা মোৰ শিক্ষা গুৰু। বিদ্যালয়ৰেই গুৰু নহয় সাংসাৰিক জীৱনতো তেখেত মোৰ বৰ্তমানেও গুৰু।

১৯৬২ চনত চাৰক তেতিয়াৰ পঞ্চম মান শ্ৰেণীৰ পৰাই অসমীয়া আৰু বুৰঞ্জীৰ শিক্ষক হিচাপে ১৯৬৭ চনলৈকে পাওঁ। ডেকা চাৰৰ শ্ৰেণীত আমি প্ৰতিটো কথা খুটি নাটি মাৰি শিকাৰ সুবিধা পাইছিলো। বাক্যৰ প্ৰতিটো শব্দৰ মাজত এক নিৰ্দিষ্ট ব্যৱধান থাকিব লাগে— সেই কথা চাৰৰ পৰাই শিকিছিলো।

বিদ্যালয়ত তৰ্ক সভা হ'লে ডেকা চাৰে বুজাই দিছিল— "বিপক্ষেজনে দাঙি ধৰা যুক্তি প্ৰথমে খণ্ডন কৰি ল'ব লাগে। তাৰ পিছতহে নিজৰ শক্তিশালী যুক্তিসমূহ ডাঙি ধৰিব লাগে। তৰ্ক সভাত সময় নিচেই কম পোৱা যায়। সেয়েহে তোমালোকে সকলোকে সম্বোধন নকৰি কেৱল

অধ্যক্ষ মহোদয়কহে সম্বোধন কৰি তৰ্ক আৰম্ভ কৰিব লাগে। বিপক্ষৰ বক্তাজনে নাজানে, সঁচা নহয় আদি মনত আঘাত লগাকৈ শব্দ প্ৰয়োগ নকৰি 'মোৰ বোধেৰে এনেহে হ'ব লাগিছিল' আদি শব্দ বা বাক্যৰে আক্ৰমণ কৰিব লাগে।"

শ্ৰেণীত যেতিয়া ডেকা চাৰে পঢ়াই থাকে তেতিয়া ছাত্ৰ-ছাত্ৰীৰ মন ৰসত বুৰ গৈ আপোন পাহৰা হৈ পৰে। বুৰঞ্জীৰ গ্ৰীক মহাবীৰ আলেকজেণ্ডাৰ আৰু ফৰাচীৰ সম্ৰাট নেপোলিয়ন বোনাপাৰ্টৰ বিষয়ে লৰালিৰ পৰা মৃত্যুৰ সময়লৈকে কাৰ্যাৱলী এনেভাৱে সাধু কথা আকাৰত বৰ্ণনা কৰিছিল মোৰ মনত আজিও সেই কথা সাঁচ হৈ বহি আছে। তেখেতে কৈছিল আলেকজেণ্ডাৰ আৰু নেপোলিয়নে মাকক যিমান শ্ৰদ্ধা কৰিছিল সিমান ভয়ো কৰিছিল। মাতৃয়ে বাধা দিয়া কাম কেতিয়াও নকৰিছিল। পাছতহে জানিব পাৰিছিলো যে ডেকা চাৰেও মাতৃক গভীৰ শ্ৰদ্ধা কৰিছিল আৰু বাধা দিয়া কাম নকৰিছিল।

জালুকবাৰী উচ্চ মাধ্যমিক বিদ্যালয়ৰ তলৰ শ্ৰেণীত পঢ়ি থাকোঁতে দেখিছিলো ডেকা চাৰে ওপৰৰ শ্ৰেণীত পঢ়া ছাত্ৰসকলক লৈ এখন সমিতি গঠন কৰি প্ৰতি শনিবাৰে স্কুল ছুটীৰ পিছত সাতমাইলৰ চ'কৰ পৰা চাৰৰ বৰ্তমানৰ ঘৰৰ ওচৰেৰে যোৱা গড়ৰ পশ্চিমৰ নামনি ফালটোৰ আধা অৰণ্য কাটি চাফ-চিকুন কৰি প্ৰায় এক কিলোমিটাৰ দীঘল এটি মানুহ চলাচল কৰিব পৰা পথ তৈয়াৰ কৰিছিল। এতিয়া সেই পথ গড়কাপ্তানি বিভাগে লৈ পকীকৰণ কাম আৰম্ভ কৰিছে।

হাইস্কুলত পঢ়ি থাকোঁতেই চাৰৰ উপন্যাস 'নতুন পথ', 'এয়েতো জীৱন', 'ভাৰা ঘৰ', 'মাটি কাৰ', 'সীমাৰ কাজিয়া পঢ়ো'। 'নতুন পথ'ৰ নায়ক-নায়িকা বিজয় মাষ্টৰ আৰু শান্তিৰ পিঠা পুৰি থাকোঁতে হোৱা কথাৰ চুপতি তথা বিজয় মাষ্টৰৰ প্ৰেম বিচ্ছেদৰ বেদনা সহিব নোৱাৰি কেইবা দিনো নীৰৱে চকুলো টুকিছিলো আৰু ভাবিছিলো— চাৰে বিজয় মাষ্টৰক কিবা বেয়া পাই এনে দৰে মানসিক সংঘাতত ভোগাইছে নেকি? এনে ভাব অহাটো তেনেই স্বাভাৱিক। কোমল অন্তৰৰ পাঠক হিচাপে সেই বয়সত।

ডেকা চাৰ সহকাৰী প্ৰধান শিক্ষক হৈ থাকোঁতে, প্ৰধান শিক্ষক আছিল শ্ৰী শম্ভুৰাম মহন্ত ছাৰ (বৰ্তমান অৱসৰপ্ৰাপ্ত)। জালুকবাৰী উচ্চ মাধ্যমিক বিদ্যালয় আমাৰ ঘৰৰ পৰা মাথোন এক মাইলৰ দূৰত্ব। তথাপিও বিদ্যালয়ৰ

শ্ৰেণী আৰম্ভ হোৱাৰ পাঁচ মিনিট পাছতহে উপস্থিত হ'ব লগা হোৱা বাবে মোৰ কাৰণে দোষনীয় আছিল। খেতি-পথাৰৰ কাম, শাক-পাছলি বজাৰত বিক্ৰী কৰি বিদ্যালয়ত সময় মতে বহু চেষ্টা কৰিও উপস্থিত হ'ব নোৱাৰো। প্ৰধান শিক্ষক মহন্ত চাৰে পলমকৈ যোৱা আইন ছাত্ৰ-ছাত্ৰীক বেতেৰে কোবাই কোবাই শাস্তি দিছিল। অথচ মোক মৰমেৰে শ্ৰেণীত উপস্থিত হ'বলৈ আদেশ দিয়া কাৰ্যত প্ৰায়ে আচৰিত হৈছিলো। বহু পলমকৈহে জানিব পাৰিছিলো যে ডেকা চাৰে মোৰ ঘৰুৱা অৱস্থাৰ বিষয়ে হেড চাৰক জনোৱাৰ ফলতহে হেড চাৰে মোক কোবোৱাৰ পৰিৱৰ্তে শ্ৰেণীত সোমাবলৈ নিৰ্দেশ দিছিল। ডেকা চাৰে যে মনে মনে মোৰ ঘৰুৱা অৱস্থাৰ বুজ লৈ থাকে সেই কথা পলমকৈ জানিব পাৰি শ্ৰদ্ধাত মোৰ শিৰ নত হৈছিল।

ডেকা চাৰ কেৱল শিক্ষক হিচাপেই খ্যাত নাছিল। তেখেত এজন সফল খেতিয়কো। চুবুৰীবাসী হিচাপে একেলগে খেতি কৰাৰ সুযোগ পাইছো। শালি ধানৰ বতৰত কঠিয়া পৰা, মাটি চহাই ধান ৰোৱা আদি কাম একেলগে কৰোঁতে সততে তেখেত নানান বিষয়ক উপদেশ আদিৰে আমাক উপকৃত কৰিছে। দীপৰ বিলৰ চাপৰিত বাও ধানৰ খেতি, গড়চুকত শালি ধানৰ খেতি কৰি চপোৱা ধানৰ মৰণা মৰা আদি কামত জড়িত থাকি পৰৰ পৰা বহু কথা চাৰৰ পৰা বহু কথা শিকাৰ সুবিধা পাইছো।

ডেকা চাৰে বাৰী পাতি ভাল পায়। বাৰী পাতি খেতি কৰা, তেখেতৰ নিচা। বাৰী পতাত মোমাই তামুলী বৰুৱাৰ লগত ফেৰ মাৰিব নোৱাৰিলেও কিন্তু চাৰ পিছ পৰি থকা লোক নহয়। একেখন বাৰীতেই তামোল-পান, নাৰিকল, আম, কঠাল, লিচু, শিলিখা, কদম, নেমু; কাষত বিবিধ ধৰণৰ বাঁহ গছ, জাম, ঔ, গমাৰীকে আদি কৰি নোহোৱা বস্তু কমেইহে আছে। প্ৰকৃতিৰ প্ৰতি অসীম ভালপোৱা থাকিলেও কম ঠাইত অধিক শস্য লগোৱাৰ ফলত পাল পাতিহে গছে ফল দিয়া দেখা যায়। এবাৰ যদি আম লাগে আনবাৰ কঠাল। এবাৰ লিচু লাগিলে আন বাৰ নেমু গছত ফল ধৰে। বগৰী, শিলিখা আৰু ঔ গছে কিন্তু প্ৰতি বছৰে ফলৰ বেহা তৰে। পোহনীয়া জীৱৰ ভিতৰত হাঁহ, পাৰ, ছাগলী, কুকুৰা, গাইকে আদি কৰি মেকুৰীলৈকে তেখেতৰ খেতি। ইফালে দুটাকৈ পুখুৰীত মাছৰ পোনা মেলি দিয়া অভ্যাস। বেপাৰীয়ে মাছৰ পোনা বাটেৰে নিওতে চাৰক দেখা কৰি

যায়। চাৰে মাছৰ পোনা দেখিলে কেইই হেজাৰমান হ'লেও কিনি নি পুখুৰীত মেলিবই। পিছে মাছ পুখুৰীত কম সংখ্যকহে ডাঙৰ হয়গৈ, ইয়াৰ কাৰণ নিশাচৰ প্ৰাণী— হুদু, উদ, নানানবিধ সাপ, দিনৰ বগলী, মাছৰোকাই আধা মাছৰ সংখ্যা পানীৰ পৰা তুলি পেটত সোমায়।

হাজিৰা কৰা মানুহে কতো কাম নাপালে ছাৰৰ ওচৰত দেখা দিয়েহি। তেওঁলোকে ভালদৰে জানে— চাৰে কাম কৰা মানুহ ভাল পায়। একো বিশেষ এটা কাম নাথাকিলেও বাৰীৰ চৌহদৰ বেৰখনকে মেৰামতি কৰিব, দ' মাটি বাম আৰু বাম মাটি দ'কৈ খানিবলৈ লগাই দিয়ে। মুঠতে কাম কৰিবলৈ দি হাজিৰা দিয়ে। চাৰে প্ৰায়ে কয়, 'ক'তো হাজিৰা নাপালে মানুহজনৰ লগতে তেওঁৰ পৰিয়ালটোও লঘোনে থাকিব লাগিব। সেয়েহে কিবা এটা কাম কৰিব দিহে টকা দিয়া উচিত। এনেয়ে দিলে নিজৰো লোকচান, যাক দিয়া হয় তেওঁকো এলেহুৱা কৰাৰ দোষে পায়।

বাৰী পতাৰ কথা ওলালে চাৰে কয় যে সৰ্থেবাৰীৰ নিজা ঘৰৰ বাৰীৰ পুখুৰী পাৰত মাকে কাপোৰ ধুই থাকোঁতে চাৰৰ জন্ম হয়। বাৰীত যাৰ জন্ম তেওঁ বাৰীকেহে পায়। সেয়ে জন্ম সৰ্থেবাৰী, লিখা-পঢ়া নলবাৰী, ব্যৱসায় পলাশবাৰী, কৰ্মস্থান জালুকবাৰী আৰু অৱসৰ লোৱাৰ পাছত লাচিত গড় উচ্চ মাধ্যমিক বিদ্যালয় প্ৰতিষ্ঠা কৰি তাতে কিছুদিন প্ৰধান শিক্ষক হয় কটাহবাৰীত। খেতি-পথাৰো পিছে কটাহবাৰীতে আৰম্ভ কৰে। গতিকে তেখেতৰ ভাষাত ঘৰ কৰাতকৈ বাৰী কৰাতেই তেখেতৰ বয়সৰ বেলিয়ে ভাটি দিলে। পৃথিৱীৰ পৰা বিদায় ল'লেহে তেখেতে ঘৰ আৰম্ভ কৰিব।

বাৰিষা কালত কেতিয়াবা একেবাৰে কেইবাদিনো কাম নাথাকিলে চাৰে বৰ কষ্ট অনুভৱ কৰে। আৰু তেতিয়াই ৰাজমিস্ত্ৰি মাতি আনি কোনো এটা ঘৰৰ পকী দেৱাল ভাঙি এটা বা দুটা কোঠা নতুন মুৱা কৰে। টকাৰ শ্ৰাদ্ধ হোৱা দেখি আৰু থকাৰ সাময়িক অসুবিধা হোৱাত পৰিয়ালৰ লোকে কিবা ক'লে কয়, "নদীৰ কাম হ'ল— খনন, বহন আৰু অৱক্ষেপন। আমিও প্ৰাকৃতিক জীৱ। সেয়েহে আমিও ভঙা, বহন কৰা আৰু আন ঠাইত নতুনকৈ সজা কাম কৰো দিয়া।" চাৰৰ কথাত সকলোৰে বাধ্যতামূলকভাৱে মাত হৰে।

মহাত্মা গান্ধীয়ে সময়ৰ অপচয় ভাল পোৱা নাছিল। সেয়েহে আশ্ৰমত

থকা শিষ্যসকলক কেতিয়াবা নতুন নির্দেশ দিছিল। কিয়দাংশ শিষ্যৰ কাম আছিল আশ্ৰমৰ লোকৰ কাৰণে গম পিহি আটা তৈয়াৰ কৰি ৰুটি বনোৱা, শাক-পাচলি সিজাই আহাৰ যোগান ধৰা। এবাৰ মহাত্মাই নিৰ্দেশ দিলে— গম পিহি আটা তৈয়াৰ কৰি পানীত গুলিব লাগে আৰু শাক-পাচলি কেচাই কুটি গুলি থোৱা আতাৰ লগত আহাৰ কৰিব লাগে। তেতিয়া হ'লে সহজে খাবও পাৰি আৰু খৰি পুৰি জুই ধৰি কটোৱা সময় আৰু কাৰ্যও কমাব পাৰি। নিৰ্দেশ অনুসৰি কাম হ'ল। পিছে কেচা আহাৰ গ্ৰহণ কৰাৰ ফলত পেটে নমনা হোৱাত পেট চলিব ধৰিলে। মহাত্মাৰ আকৌ নিৰ্দেশ— কেচা বন্ধ কৰি জুই ব্যৱহাৰ কৰিব লাগে। পেটত খং থাকিলেও নিৰ্দেশ মানিবলৈ বাধ্য হয় শিষ্যসকল। ডেকা চাৰ যিহেতু মহাত্মা গান্ধীৰ পৰম শিষ্য, সেয়েহে তেখেতৰো কামবিলাক সদায় পৰীক্ষামূলক। বাৰীৰ নাৰিকল গছ মৰিল। কৰতিয়াল আনি নাৰিকল গছ ফালি কাঠ তৈয়াৰ কৰিলে। নাৰিকল গছ আঁহযুক্ত। সেয়েহে তেখেতৰ মতে নাৰিকলৰ কাঠ বহুত দিন টিকিব।

সকলো বস্তুৰে চাৰে সমদৃষ্টি আৰু সমমূল্যায়ন কৰিছিল। বাৰীৰ কচু-ঢেকিয়া, ব্ৰাহ্মী-ভেদেলতা নিজেই যোগান ধৰিছিল ৰান্ধনিকো। কলগছ বতাহত উভালি পৰিল। চাৰে কাটি আনি গা-গছ আৰু মুঢ়াবোৰ ফালি চিৰি ৰ'দত শুকুৱাই জুইত পুৰি খাৰ তৈয়াৰ কৰিলে। অমিতা গছ বুঢ়া হ'লে ফালি-ছিৰি ৰ'দত শুকুৱাই তাকো পুৰি খাৰ তৈয়াৰ কৰে। নাৰিকলৰ শুকান পাত সৰিলে পাতবোৰ কাটি মাজৰ ঠাৰিবোৰৰ পৰা বাঢ়নি, বাকীছোৱা ফালি-ছিৰি খৰি কৰিলে। নাৰিকলৰ শুকান ফল কাটিলে বাকলিখিনি হয় খৰি, নহয় পুৰি খাৰ তৈয়াৰ কৰে। চাৰে প্ৰায়ে কয়, পৃথিৱীৰ কোনো বস্তুৱেই অপ্ৰয়োজনীয় নহয়। সকলো বস্তুৰে সুকীয়া মূল্য আছে।

সৰু সৰু কামৰ সৰু সৰু বস্তুৰ মাজেৰে চাৰে সত্যৰ অন্বেষণ কৰিছিল। ৰুচ লেখক তাৰতোভস্কিয়ে সেয়েহে কৈছিল, "সত্যক কেতিয়াও সত্যৰ মাজত পোৱা নাযায়। পোৱা যায় সত্য অৰ্জনৰ পথত। সত্য অন্বেষণৰ পথটোৱেই যথাৰ্থ সত্য। আকৌ লাওৎসৰ ভাষাত— সৎ মানুহ কেতিয়াও ধনী হ'ব নোৱাৰে আৰু ধনী মানুহ কেতিয়াও সৎ হ'ব নোৱাৰে। ডেকা চাৰ যথাৰ্থতে ধনৰে ধনী হোৱা লোক নহয়। তেখেতৰ আকালো নাই চৰালো নাই। সাধাৰণ মানুহৰ মাজৰেই এজন মানুহ। কিন্তু চিন্তাত অইন

সকলোতকৈ বহুত উচ্চ। তেখেত মাটিৰ মানুহ। মাতৃ-মাতৃভূমি আৰু মাতৃ ভাষাৰ প্ৰতি গভীৰ শ্ৰদ্ধা থকা হেতু তেখেত মাটিৰ মানুহৰ বুকুৰ আপোন।

সাধাৰণ মানুহ যথাৰ্থতে সৎ। কাৰণ তেওঁলোকে অসত্যক ভয় কৰে। অধৰ্মক ঘিণ কৰে । পুনৰ তাৰতোভস্কিৰ ভাষাত "মই এজন ব্যক্তিৰ মাজেৰে সমগ্ৰ জাতিটোক দেখো আৰু সমগ্ৰ জাতিটোৰ মাজেৰে এজন ব্যক্তিক।" এতেকে জাতিৰ আপোন ব্যক্তিজনক দেখিলে জাতিটো দেখিবলৈ পোৱা যায়।

সভা-সমিতিৰ নামত ডেকা চাৰ বলিয়া। ক'ৰবাত সভা-সমিতিত কোনোবাই মাতিলে পেটৰ ভাত, ঘৰৰ দায়িত্বকো নেওচা দি যথাসময়ত যথাস্থানত উপস্থিত হয়গৈ। সভাত ডেকা চাৰৰ নৱৰসৰ সমাহাৰযুক্ত ভাষণ শুনি শ্ৰোতামণ্ডলী অভিভূত হৈ পৰে। সভাৰ প্ৰতি থকা দুৰ্বলতাৰ চিন আমাৰ দ্বাৰা কেইবাবাৰো প্ৰত্যক্ষ হৈছে। এবাৰৰ কথা চাৰৰ ডাঙৰ ছোৱালীজনী হঠাৎ অসুস্থ হৈ পৰে ঘৰৰ বাকীসকলে তাইৰ অসুখ দেখি বিতত হৈ পুৱাত চাৰে ধৈৰ্য ধৰিবলৈ কয়। নিজৰ অভিজ্ঞতাৰে প্ৰাথমিক চিকিৎসালয়ত কোনো ফল নধৰাত চাৰৰ ল'ৰা দুজন আৰু মই লগ হৈ চাৰক বুজাও— চিকিৎসালয়ত তাইক ভৰ্তি কৰোৱা ভাল। আমি ৰোগীৰ দায়িত্ব লোৱা ঠিক নহ'ব। শেষত চাৰ মান্তি হোৱাত গুৱাহাটী বিশ্ববিদ্যালয় চিকিৎসালয়ত ভৰ্তি কৰোৱা হয়। চিকিৎসকে ততালিকে চেলাইনৰ ব্যৱস্থা কৰাৰ ফলত কিছু পাছত ৰোগীয়ে সুস্থ অনুভৱ কৰে। এনেতে চাৰে মোক কাণে কাণে ক'লে, মহেন্দ্ৰ তোমালোক আছা যেতিয়া আৰু তায়ো কিছু সুস্থ হৈছে যেতিয়া মই ৰঙিয়াৰ ওচৰৰ মিটিং এখনলৈ যাব পাৰো। তেওঁলোকে মোলৈ বাট চাই থাকিব। এতিয়া গ'লে অলপ পলমকৈ হ'লেও উপস্থিত হ'ব পাৰিম। এই বুলি চাৰ সভালৈ গুচি গ'লগৈ। ময়ো পলমকৈ হ'লেও বুজিলো কিয় চাৰে চিকিৎসালয়লৈ নিনি ঘৰতে চিকিৎসা কৰিব খুজিছিল। তেখেতৰ উদ্দেশ্য ঘৰত সকলোবোৰ থাকিব যেতিয়া তেখেতে নিৰ্ভয়ে সভাত উপস্থিত হ'ব পাৰিব। লক্ষ্য কৰিলো ৰাজহুৱা সভাখনৰ প্ৰতি চাৰে যিমান গুৰুত্ব দিছে নিজৰ ছোৱালীজনীৰ প্ৰতিও সিমান গুৰুত্ব দিয়া নাই। এয়াই আমাৰ পৰম শ্ৰদ্ধেয় হিতেশ ডেকা চাৰ।

দক্ষিণ-পশ্চিম গুৱাহাটী সাহিত্য সভা (শাখা)ৰ আলোচনা চক্ৰত চাৰক নিমন্ত্ৰণ কৰা হ'ল। স্থান চকৰদ' পাহাৰৰ নামনি অঞ্চল। যাতায়াতৰ ব্যৱস্থা

খোজকঢ়া। চাৰে ঘৰৰ পৰা খোজকাঢ়ি বিলৰ চাপৰিৰ পকা চপৰা অতিক্ৰম কৰি নাহেৰে বিল পাৰ হৈ আকৌ খোজকাঢ়ি প্ৰায় আঠ কিলোমিটাৰ দূৰত্বৰ সভাস্থানত যথাসময়ত উপস্থিত হয়। আহোঁতে আকৌ একেই অৱস্থা। এতিয়া দেখা গ'ল যোল্ল কিলোমিটাৰ পথ খোজকাঢ়ি সভা-সমিতিৰ সৈতে সংযোগ স্থাপন কৰা লোকজন কেনেকুৱা হ'ব লাগিব; শুনোতাজনেও নিশ্চয় ধাৰণা কৰিব পাৰিব। দেখোতাইতো কথাই নাই।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ সো মাজেৰে যোঁৱা ৩৭ নং ৰাষ্ট্ৰীয় ঘাই পথত মটৰ দুৰ্ঘটনাত চাৰে বেয়াকৈ আঘাতপ্ৰাপ্ত হয় ২৪-১২-৯০ তাৰিখে। খৰখেদাকৈ ভাৰতীয় ষ্টেটবেংকৰ বিশ্ববিদ্যালয় শাখাৰ মেনেজাৰে নিজৰ দহ হেজাৰ টকা সহ গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ৰ চিকিৎসালয়ত ভৰ্তি কৰাত সহায় কৰে। কঁকালৰ পৰা ভৰিলৈ বেয়া ধৰণৰ আঘাত পায় চাৰে। যন্ত্ৰণাত চাটিফুটি কৰি থকা দেখি আমাৰ সকলোৰে অন্তৰবোৰ ভাঙি মুচৰি পৰে। তথাপি অশেষ ধৈৰ্যেৰে প্ৰায় এমাহ কাল দিনে-নিশাই চাৰক পৰিচৰ্যা কৰা হয়। চিকিৎসক নাৰ্চ আদিয়ে আন্তৰিকতাৰে নিজ নিজ দায়িত্ব পালনেৰে চাৰক বহু পৰিমাণে আৰোগ্যৰ পথলৈ আনে। দিনৰ ভাগত চিকিৎসালয়ত চাৰৰ খবৰ লোৱা মানুহৰ অভাৱ নহয়। ৰাতি ৰোগীৰ ওচৰত থকা লোকৰহে চিন্তা বাঢ়ে। তথাপি পাল পাতি ৰখাৰ ব্যৱস্থা কৰা হয়। অসামৰিক প্ৰতিৰক্ষা বিভাগৰ পৰা এজন, হেম ভাইৰ শান্তি সাধনা আশ্ৰমৰ পৰা এজন আৰু ঘৰৰ ফালৰ পৰা এজন বা দুজন মুঠ তিনি-চাৰিজনে চাৰৰ লগত থাকি নিশাৰ পৰিচৰ্যা কৰা হয়। হেমভাইৰ শিষ্যসকলৰ ৰীতি -নীতি সুকীয়া। আশ্ৰমৰ যিজন সদস্যই চাৰক ৰখিবলৈ আহে তেওঁ চাৰৰ বাবে নিশাৰ সাজ ভাত আশ্ৰমতে ৰান্ধি আনে। লগত বিধে বিধে চাটনি, মানিমুনি আদি বনৰীয়া শাক -পাছলিৰ জোল বনাই আনি যেতিয়া চাৰক খাবলৈ দিয়ে তেতিয়া চাৰে পৰম তৃপ্তিৰে ভোজন কৰে। দিনৰ সাজ ঘৰৰ পৰা নিয়া হয়। নিশাৰ ভাগত ঘৰৰ পৰা মই প্ৰায়ে ৰখিবলগীয়া হৈছিল। ইয়াৰ কাৰণো নোহোৱা নহয়। অইনক ক'ব নোৱাৰা কথা অকাতৰে চাৰে মোৰ ওচৰত ব্যক্ত কৰিছিল। এনেদৰে প্ৰায় দুমাহ কাল চিকিৎসাধীন হৈ থকাৰ পিচত কিছু আৰোগ্য লাভ কৰাত ঘৰলৈকে চাৰক লৈ অনা হয়। ফিজিঅ' থেৰাপিষ্ট ডাঃ ৰণা গগৈ আছিল চাৰৰ প্ৰধান চিকিৎক। ডাঃ গগৈয়ে চাৰক ছমাহৰ

মূৰত ভাল হোৱাৰ আশ্বাস দিয়ে। ঘৰত আহি চাৰে চোতালত দুমূৰে দুদাল বাঁহ বান্ধি নিচেই পুৱাতে উঠি বাঁহ ডালত ধৰি ধৰি লাহে লাহে খোজকাঢ়িবলৈ চেষ্টা কৰি দুদিন মানৰ মূৰকত সহ্য কৰিব পৰা হয়। তাৰ পিছত পোন্ধৰ দিনমানৰ মূৰত বাঁহৰ আলম নোলোৱাকৈ লাহে লাহে খোজকাঢ়ি এমাহমানৰ পিচত যেতিয়া পুনঃ চিকিৎসালয়ত ডাঃ বগা গগৈৰ ওচৰত হাজিৰ হয় তেতিয়া ডাঃ গগৈ আচৰিত হৈ কেনেকৈ ইমান সোনকালে খোজকাঢ়িব পৰা হ'ল তাৰ কাৰণ সোধে। চাৰে আটি গুৰি মাৰি কোৱাত গগৈয়ে স্বীকাৰ কৰি কয়— "ডেকা, আপুনি সঁচাকৈয়ে চিকিৎসকৰ ওপৰৰ চিকিৎসক। ছমাহৰ কাম আপুনি এমাহতে সম্ভৱ কৰিলে।" পূৰ্বেই কৈ অহা হৈছে যে চাৰৰ আছে এটা পৰীক্ষামূলক মন। ইয়াৰ উপৰি চিকিৎসালয়ত দিয়া প্ৰতিবিধ ঔষধৰে গুণাগুণ আৰু কিবা পাৰ্শ্বক্ৰিয়া হ'ব পাৰে নেকি ডাক্তৰক প্ৰশ্ন কৰি ব্যতিব্যস্ত কৰিছিল। দিনত তিনিবাৰ খাব দিয়া ঔষধ তেখেতে দুবাৰহে খাইছিল। দুটা পিলৰ ঠাইত একোটাকৈহে খাইছিল। কাৰণ ডাক্তৰৰ ওপৰত চাৰে সম্পূৰ্ণ ভৰষা কেতিয়াও নকৰিছিল। পাছত জানিব পৰা গ'ল যে চাৰৰ প্ৰধান চিকিৎসক ডাঃ বগা গগৈৰ মৃত্যু হৈছে। খবৰ শুনি চাৰে কৈছিল, "যিজনে চিকিৎসা লৈছিল, তেওঁ ঢুকাল আৰু যাক চিকিৎসা লৈছিল তেওঁ জীয়াই থাকিল।"

চিকিৎসালয়ৰ বিচনাত শুই শুই চাৰে প্ৰায়ে কিবা চিন্তা কৰি থাকে। প্ৰতি দিনে ৰাতিপুৱা হেমভাইৰ আশ্ৰমৰ সদস্যজনে প্ৰাৰ্থনা, লোকগীত, বনগীত আদি গাই ৰাতিপুৱাৰ শান্ত পৰিবেশ আৰু গহীন কৰি তোলে। চাৰে একান্ত মনে শুনি থাকে। এদিন পুৱা চাৰে ক'লে, "মহেন্দ্ৰ, আজি দুদিনমান ৰাতি ৰাতি মোৰ কাষত এজন কপাহী সূতাৰ ধূতি চোলা পিন্ধা সাধাৰণ মানুহ আৰু এজনী কপাহী সূতাৰ মেখেলা-চাদৰ পিন্ধি ওৰনিৰে সৈতে মহিলা দেখা দিয়েহি। কথা হ'লে কোৱা নাই।" আন এদিন ক'লে, "আজি এজন ল'ৰা আৰু এজনী ছোৱালী আহিছিল।" মই চাৰৰ দুৰ্বলতাৰ কাৰণে সপোন দেখা বুলি পাতল কৰি দিওঁ। তাৰ পিছত এদিন চাৰে ক'লে, "আজি কেইবাজনো আহিছিল। কিবা ক'ব বিচাৰে যদিও একো কোৱা নাই। তেওঁলোকে যেতিয়া কথা ক'ব তেতিয়াহে মই লিখিবলৈ আৰম্ভ কৰিম।" মই ভেবা লাগি চাই থকাত চাৰে ক'লে, "চৰিত্ৰসমূহে শ্ৰুতলিপি দিলেহে মই লিখিব পাৰিম। এইবাৰ এখন নতুন

সৃষ্টি হ'ব যেন পাওঁ।" সঁচাকৈয়ে চাৰ সম্পূৰ্ণ আৰোগ্য হোৱাৰ পিছত নতুন উপন্যাস এখন লিখা আৰম্ভ কৰিলে। নাম দিলে— 'গাঁৱৰ মানুহ'। বৰ্তমান 'তৃষ্ণাতুৰ' আলোচনীখনত ছোৱা ছোৱাকৈ প্ৰকাশ পাই আছে।

মোগল সম্ৰাট আকবৰে কোনো এটা সিদ্ধান্ত লওঁতে হেনো তিনিবাৰ চিন্তা কৰিছিল। সেয়েহে তেওঁৰ সিদ্ধান্ত শুদ্ধ প্ৰমাণিত হৈছিল। দেশবাসীৰ মানত সম্ৰাট আকবৰৰ সলনি মহামতি আকবৰ হৈ পৰিছিল। তেনেদৰে হিতেশ ডেকা চাৰেও সিদ্ধান্ত তিনিবাৰ ভাবি-গুণি চাইহে লয়। ঘৰুৱা সমস্যাই হওক অথবা সামাজিক সমস্যাই হওক। এইক্ষেত্ৰত তেখেতৰ শুদ্ধ সিদ্ধান্ত আমাৰ সমাজত বহুবাৰ প্ৰমাণিত হৈছে। যাৰ বাবে তেখেত সমাজত 'আমাৰ ডেকাচাৰ' হিচাপে চিহ্নিত হৈ পৰিছে। তেখেতৰ বদান্যতা আৰু সৎ গুণৰাজিয়ে আমাৰ দৰে সান্নিধ্যৰ লোকসকলক চিৰদিন প্ৰীতিৰ দোলেৰে বান্ধি ৰাখিছে।

সেইগৰাকী মোৰ শিক্ষাগুৰু শ্ৰদ্ধেয় হিতেশ ডেকা চাৰ অসম সাহিত্য সভাৰ সৰ্থেবাৰী অধিৱেশনৰ সভাপতি নিৰ্বাচিত হোৱাত আমি পৰম গৌৰৱ বোধ কৰিছো। অসমীয়া জাতীয় জীৱনৰ আজিৰ এই সংকট কালত অসম সাহিত্য সভাই সমৰ্পণে দিয়া সভাপতিৰ গুৰু দায়িত্ব তেখেতে সফলতাৰে বহন কৰিব পাৰিব বুলি আমাৰ বিশ্বাস। কাৰণ 'আজিৰ মানুহ' হ'লেও তেখেতে 'আচল মানুহ' আৰু 'বৈৰী মানুহ' চিনি পায়। সেয়ে অসমীয়া জাতিক ইতিহাসৰ সকিয়নীৰে 'নতুন পথ'ৰ সন্ধান দিয়াত তেখেত ব্ৰতী হওক— এয়ে কামনা।

# মই তেখেতক যি দৰে জানো

বিশ্ব বৰুৱা

ইং ১৯৯০ চনত নাৰায়ণপুৰ শাখা সাহিত্য সভাৰ অধিবেশনলৈ মুখ্য অতিথি হিচাপে প্ৰথিতযশা সাহিত্যিক শ্ৰীযুত হিতেশ ডেকাক নিমন্ত্ৰণ কৰা হৈছিল। সেই সভাৰ মই উদ্বোধক। মোৰ ভাষণ শুনি ডেকাদেৱে মন্তব্য কৰিছিল, "এনেহেন ভিতৰুৱা ঠাইত আপুনি ভাল ভাষণ দিলে। মই কিন্তু এনেদৰে নোৱাৰিম।" মুখ্য অতিথিয়ে ভাষণ দিলে। ৰাইজে মনোযোগেৰে শুনিলে। শুনাৰ দুটা কাৰণ। প্ৰথমতে তেওঁলোকে উপন্যাসৰ মাজেৰে চিনাকি হৈ থকা মানুহজনেনো কি কয়? দ্বিতীয়তে গুৱাহাটীৰ পৰা আহিছে যেতিয়া নিশ্চয় মনোগ্ৰাহী ভাষণ দিব। সেইদিনা ডেকাদেৱৰ ভাষণ প্ৰথম শুনিলো। মোৰ মনত থকা তেখেতৰ ভাষণৰ সাৰমৰ্ম এয়ে আছিল।

'ভাষা এটা জাতিৰ মেৰুদণ্ড আৰু সাহিত্য তাৰ অংগ-প্ৰত্যংগ। ভাষাই সাহিত্যৰ দিশ নিৰ্ণয় কৰে। সেই বাবে অসমীয়া সাহিত্যৰ কথা ক'লে ভাষাৰ কথাও আহি পৰে। পাছে আমাৰ নতুন শিক্ষিত চামে ভাষাক বিজতৰীয়া কৰিছে। তেওঁলোকে যধে-মধে শব্দ প্ৰয়োগ কৰাত আমাৰ নিভাঁজ শব্দবোৰ হেৰাই যোৱাৰ উপক্ৰম হৈছে। এটা জাতিক জীয়াই ৰাখিবলৈ হ'লে তাৰ ভাষা সাহিত্য নিজস্ব ৰূপটোকো জীয়াই ৰাখিব লাগিব। লক্ষীমপুৰৰ ৰাইজৰ সাহিত্যৰ প্ৰতি ৰাপ আছে। সেয়ে এই কথা মনত ৰাখে যেন।

সেই দিনা গধূলি আমাৰ বহাতে ভাত খালে। খাই থাকোঁতেও ক'লে, আজিৰ ডেকা-গাভৰুৰ স্বভাৱ-চৰিত্ৰৰ কথা। তাহানি কমলা কান্ত বেজবৰুৱা আৰু অম্বিকাগিৰিয়ে এই কাৰণেই অসমীয়া জাতিটোক গালি পাৰিছিল। মাকে পুতেকৰ দোষ দেখিলে গালি পাৰে মৰমত আৰু শুধৰণিৰ কাৰণে। হিতেশ ডেকায়ো সমালোচনা কৰে একে উদ্দেশ্য আগত ৰাখি।

তাৰ পাছতো তেখেতক ছেগা চোৰোকাকৈ লগ পাইছো। সাহিত্য সভাৰ সভাপতিৰ বাবে তেখেতৰ নাম আগতেও আহিছিল। কিন্তু কি দুৰ্ভাগ্য। সামান্য ভোটৰ ব্যৱধানত জয়ী হ'ব পৰা নাছিল। ইং ২৭ নৱেম্বৰ,

১৯৯৪ চন তাৰিখে ডিফু কাৰ্যালয়ৰ কাৰ্যনিৰ্বাহক সভাত লব্ধপ্ৰতিষ্ঠ সাহিত্যিক গৰাকীক সভাপতি পদৰ বাবে নিৰ্বাচিত হোৱা বুলি ঘোষণা কৰিবলৈ পাই অত্যন্ত সুখী হৈছিলো। কৌতূহলী সদস্যসকলক আনন্দতে অভিনয় কৰি কৈছিলো, “মই এতিয়া সভাপতিৰ নাম ঘোষণা কৰিম। কাৰ নাম কওঁ? কাৰ ডিঙিত মালা পিন্ধাম ডেকাৰ নে বুঢ়াৰ? বুঢ়া হ'লেও ডেকা ডাঙৰীয়াকে বৰণ কৰিলো।” ইঙ্গিত জন নিৰ্বাচিত হোৱাত আটাইৰে আনন্দ। চাৰিওফালে বাতৰি গ'ল। গধূলিৰ টি ভিতো নামটো ওলাল।

শ্ৰীযুত ডেকা অসম সাহিত্য সভাৰ এজন তৃণ-মূল পৰ্যায়ৰ কৰ্মী। তেখেত উপসভাপতিৰ দায়িত্বত দুবছৰ আছিল। আৰু সভাৰ কেইবাটাও অনুষ্ঠানৰ লগত জড়িত। সভাৰ বিষয়ে সবিশেষ জনা ডেকা ডাঙৰীয়াৰ নেতৃত্বত সভা অধিক গতিশীল হ'ব বুলি আমাৰ বিশ্বাস।

ডিচেম্বৰ মাহৰ ২১ তাৰিখে হাওৰাঘাট সাহিত্য সভাৰ অধিবেশনলৈ একে লগে যোৱাৰ সুযোগ হৈছিল। ওৰেটো বাট উঠি অহা চামৰ কথাকে ক'লে। অসম আৰু অসমীয়াৰ প্ৰতি তেখেতৰ গভীৰ অনুৰাগ আছে। অসমীয়াৰ দুৰ্দশাৰ কথা শুনিলে তেখেতৰ যেন বুকু ফাটি যায়। অসমীয়াৰ অনিষ্টকাৰীসকলৰ যেন তেখেতে প্ৰতিবাদ কৰিব। সেই সভাত দিয়া তেখেতৰ ভাষণৰ কেইটামান কথা মনত ৰাখিবলগীয়া। তেখেতে কৈছিল যে অসমীয়া জাতিৰ বৈশিষ্ট্যই হ'ল যে ই মিশ্ৰিত। এই মিশ্ৰিত জনগোষ্ঠীয়ে কাৰো অনিষ্ট কৰা নাই; বৰং পৰস্পৰৰ পৰিপূৰকহে। অসমৰ সকলো জনগোষ্ঠীৰে ভাষা সাহিত্য সংস্কৃতিৰ উন্নতি হ'লেহে অসমীয়া জাতিৰ উমৈহতীয়া মঞ্চ অসম সাহিত্য সভা সবল হ'ব। কোনো কাৰো প্ৰতিদ্বন্দ্বী নহয়। উদাহৰণ দিবলৈ গৈ তেখেতে 'লাবৰা' শব্দটো খাপখোৱাকৈ ব্যৱহাৰ কৰিছিল। আলুগুটি, কবি, বেঙেনা আদি সুকীয়া পদাৰ্থ। একেলগে সিজালে হয় 'লাবৰা' সুস্বাদু খাদ্য।

উগ্ৰ দেশপ্ৰেম আৰু জাতীয়তাবোধ ডেকাৰ জীৱনৰ বিশেষত্ব। চেমনীয়া আৰু ডেকা কালতো তেখেত নিশ্চয় জাতীয় আন্দোলন বা অসমীয়া স্বাৰ্থ ৰক্ষাৰ আন্দোলনত অংশ লৈছিল। আজি কিন্তু এনে লোকৰ অভাৱ। আপোন স্বাৰ্থ সিদ্ধিৰ হকে কাৰোবাৰ ফুচুলনিত ভোল যোৱা, পৰক আপোন কৰা ভাবটো অতি বেছি হোৱা আৰু সামগ্ৰিকভাৱে অসমীয়া জাতিৰ হকে চিন্তা কৰা লোকৰ সংখ্যা কমি আহিছে। এটা জাতিৰ কাৰণে

ই ক্ষতিকাৰক।

অসম সাহিত্য সভাৰ সভাপতি পদকো অনেকে কেৱল অলংকাৰ বুলি ক'ব খোজে। এই ধাৰণা ভুল। সাহিত্য সভাৰ সভাপতি জন প্ৰকৃত অসমীয়াৰ মুৰব্বী। তেওঁক এখন ৰাজ্যৰ লোকে নিৰ্বাচন কৰে। কোনো এক সমষ্টিৰ মানুহে নহয়। তেওঁৰ সম্পৰ্ক অসমৰ মানুহৰ লগত। প্ৰয়োজন হ'লে অসমৰ এহেজাৰখন শাখা সাহিত্য সভাৰ লোকক সংগঠিত কৰিব পাৰে। তেওঁৰ সন্মান চৰকাৰী বিষয়া, মন্ত্ৰী বিধায়ক আনকি ৰাজ্যপালতকৈয়ো কম নহয়।

শ্ৰীযুত হিতেশ ডেকা দেখাত পিন্ধন-উৰনত সহজ-সৰল, পোনপটীয়া। এইবাৰ ৰাইজে তেখেতক প্ৰাপ্য সন্মান দিলে। নিজ গাঁৱৰ অধিৱেশনত সভাপতিৰ আসন অলংকৃত কৰিবলৈ পোৱাটো কম সৌভাগ্যৰ কথা নহয়। গাঁৱত জন্ম, গাঁৱত লালন-পালন, ডাঙৰদীঘল হোৱা আৰু গাঁৱলীয়া পৰিবেশৰ লগত সম্পৰ্ক থকা এইজন সভাপতিক অসমৰ ৰাইজে পাব। নেতৃত্বৰ কাৰণে জনতাৰ এজন হোৱা উচিত। গান্ধীজীয়ে গৰীব জনহে জনতাৰ এজন হৈ নেতৃত্ব দিব পাৰিছে কাৰণে সফল হ'ল।

আমি শ্ৰীযুত ডেকাৰ লগত আছো। সভাৰ আঁচনি কাৰ্যান্বিত কৰাত আমাৰ সহায় পাব।

এই বৃহৎ অনুষ্ঠানটোৰ সবল নেতৃত্বৰ কাৰণে ভগৱানে তেখেতক সু-স্বাস্থ্য আৰু দীৰ্ঘায়ু প্ৰদান কৰক এয়ে কামনা।

# হিতেশ ডেকা সহজ-সৰল মানুহজন

ডঃ দয়ানন্দ পাঠক

হিতেশ ডেকা ঔপন্যাসিকজন আৰু মানুহজন একেটি ধাতুৰেই নির্মিত। ঔপন্যাসিক হিচাপে তেওঁ যিমানখিনি প্রিয়, মানুহ হিচাপে তেওঁ তাতোকৈ বেচি আকর্ষণীয়। এগৰাকী লেখা মানুহে লেখক হিচাপে মহত্ত্বৰ পৰিচয় দিব পাৰে। এগৰাকী সাহিত্যিকে তেওঁৰ সৃষ্টিশীল প্রতিভাৰ দ্বাৰা ৰাইজৰ মাজত আলোড়নৰ সৃষ্টি কৰিব পাৰে। কিন্তু মানুহ হিচাপে মহৎ লেখক এগৰাকীও একে পর্যায়ৰ মহত্ত্বৰ পৰিচিতি দাঙি ধৰিবলৈ অপাৰগ হ'ব পাৰে। আমাৰ বাস্তৱ জীৱনত আমি দেখিছো, লেখক আৰু মানুহগৰাকী সুকীয়া সুকীয়া। কেৱল সেয়াই নহয়, এগৰাকী মহৎ লেখক কেতিয়াবা অতি নিম্নস্তৰৰ মানুহ হিচাপেও আত্মপ্রকাশ কৰিব পাৰে। মহৎ লেখক হিচাপে আত্মপ্রকাশ কৰা ব্যক্তি এগৰাকী মানুহ হিচাপে অর্থলোভী, ঈর্ষাপৰায়ণ আৰু দুর্বল মনৰ হ'বও পাৰে। কিন্তু লেখক হিচাপে আৰু মানুহ হিচাপে মহৎ লোকৰ সংখ্যা আঙুলিৰ মূৰত গণিব পৰা মানুহৰ মাজৰেই হিতেশ ডেকা এজন। এগৰাকী ঔপন্যাসিক হিচাপে আমাৰ অসমীয়া সাহিত্যত তেওঁৰ স্থিতি আৰু ভূমিকা কিমান গুৰুত্বপূর্ণ এই কথা সাহিত্যৰ বুৰঞ্জীৰ ঐতিহাসিকসকলে বিচাৰ কৰিব।

ৰাজনৈতিক বুৰঞ্জীৰ উত্থান-পতনক আমি অস্বীকাৰ কৰিব নোৱাৰো। এনে উত্থান পতনৰ এক নিজস্ব কক্ষপথ আছে। ঐতিহাসিক ঘটনাৰাজিয়ে নিজৰ কক্ষপথেৰেহে প্রবাহিত হয়। সাহিত্যৰ বুৰঞ্জীও ৰাজনৈতিক বুৰঞ্জীৰ ওপৰত বহু পৰিমাণে নির্ভৰ কৰে। দেশৰ আর্থ-সামাজিক পৰিবেশেও সাহিত্য আৰু সাহিত্যিকৰ কক্ষপথ নিৰূপণ কৰে। লেখকগৰাকী তেওঁৰ সৃষ্টিৰ কালত একান্ত নিঃসংগ হৈ থাকে। তথাপিও তেওঁৰ পশ্চাৎভূমিত থাকে এখন সমাজ আৰু সেই সমাজৰ সংঘাত আৰু সমস্যাৰ মেৰঘৰ। লেখকে নিজৰ ৰচনাপ্রক্রিয়াৰ কালত সমাজত বিৰাজ কৰা সংঘাতসমূহৰ কথাই ভাবি থাকে। সেই বাবেই প্রতিগৰাকী লেখকৰ ৰচনাত প্রত্যক্ষভাৱে আৰু পৰোক্ষভাৱে সমাজজীৱনেই আত্মপ্রকাশ কৰে।

হিতেশ ডেকাৰ ৰচনাতো এই শতিকাৰ প্ৰাসংগিক দশককেইটাৰ ৰং-ৰূপেই আত্মপ্ৰকাশ লভিছে। ১৯২৪ চনত সৰ্থেবাৰীত জন্মলাভ কৰা শ্ৰীডেকাই বিভিন্ন সমস্যা সংকটৰ মাজেৰে নিজৰ জীৱন অতিবাহিত কৰিছে। পিছপৰা গ্ৰাম্য জীৱনৰ লগত সাঙোৰ খাই থকা আৰ্থ-সামাজিক বাতাৱৰণৰ কথা শ্ৰীডেকাই অহৰহ অনুভৱ কৰিছে। গ্ৰাম্যজীৱনৰ অনগ্ৰসৰতাৰ পটভূমিতেই ডেকাদেৱে নিজক প্ৰতিষ্ঠা কৰিব খুজিছিল। আত্মপ্ৰতিষ্ঠাৰ এনে সংগ্ৰাম কম কঠোৰ সংগ্ৰাম নাছিল। গ্ৰাম্যজীৱনৰ পৰা চহৰমুখী হৈ বহুতেই উন্নতিৰ শিখৰত আৰোহণ কৰিছে। তেনে লোকসকলৰ সৰহসংখ্যকেই নিজৰ পটভূমিৰ পৰা সম্পূৰ্ণৰূপে বিচ্ছিন্ন হৈ পৰিছে। চহৰাঞ্চলৰ আভিজাত্য আৰু কৃত্ৰিমতাই তেওঁলোকক ঢাকি পেলাইছে। তেওঁলোকেও নিজৰ হৃদয়খনৰ পৰা নিজৰ মৌলিক গ্ৰাম্য পটভূমিক সম্পূৰ্ণৰূপে মোহাৰি পেলাইছে। এই ক্ষেত্ৰত শ্ৰীহিতেশ ডেকাদেৱ এক ব্যতিক্ৰম। গ্ৰাম্য জীৱনৰ পৰা বিকশিত হোৱাৰ পিছতো শ্ৰীডেকাদেৱে তেওঁৰ মাজত বিৰাজ কৰা গ্ৰাম্য জীৱনৰ পবিত্ৰতাখিনিক অম্লান আৰু অক্ষুণ্ণ ৰাখিব পাৰিছে। আজিৰ পৰিবেশ আৰু পটভূমিত কোনো ব্যক্তিয়ে চহৰৰ পৰা দূৰত থাকিব নোৱাৰে। চাকৰি-বাকৰি, ব্যৱসায়-বাণিজ্য আৰু জীৱিকাৰ তাড়নাত মানুহ চহৰমুখী হ'বই লাগিব। শিক্ষা-দীক্ষাৰ বাবেও মানুহ চহৰমুখী হ'বলগীয়া হয়। যিসকলে গাঁৱত থাকি খেতিবাতি কৰি জীৱন নিৰ্বাহ কৰিছে তেওঁলোকেও নিজৰ সন্তানসকলক শিক্ষা-দীক্ষাৰ দাবীত চহৰলৈ পঠিয়াবলগীয়া হৈছে। শ্ৰীহিতেশ ডেকাও এনে এটি পৰিবেশৰ মাজেৰেই চহৰলৈ আহিছে শিক্ষা-দীক্ষাৰ বাবে, জীৱিকাৰ বাবে। সেই সময়ত অসমত কলেজৰ সংখ্যা আছিল আঙুলিৰ মূৰত লেখিব-গণিব পৰা। পৰিবহণ ব্যৱস্থাও আছিল অতি দুখলগা। আজি সৰ্থেবাৰীত কলেজ স্থাপন হৈছে। গোটেই অঞ্চলটোত নগৰকৰণৰ বোল লাগিছে। আজিৰ ল'ৰা-ছোৱালীবোৰে সৰ্থেবাৰীতেই স্নাতক মহলা পৰ্যন্ত পঢ়া-শুনা কৰিব পাৰে। যেতিয়াই ইচ্ছা তেতিয়াই তেওঁলোকে নলবাৰী, বৰপেটা বা গুৱাহাটীলৈ অহা-যোৱা কৰিও পঢ়া-শুনা কৰিব পাৰে। শ্ৰীহিতেশ ডেকাৰ শৈশৱকালত এনে সুবিধা অকল্পনীয় আছিল। তেখেতে সৰ্থেবাৰীৰ পৰা খোজকাঢ়ি নলবাৰী কলেজত অধ্যয়ন কৰিছিল। সেই সময়ত ইচ্ছা কৰিলে তেওঁ চৰকাৰী চাকৰি কৰি এগৰাকী ক্ষমতাবান বিষয়া হ'ব পাৰিলেহেঁতেন। কিন্তু ডেকাদেৱে এগৰাকী উচ্চ ক্ষমতাসম্পন্ন বিষয়া বা

আমোলাৰ বিত্তবাসনা বাদ দি শিক্ষকতাকেই জীৱনৰ লক্ষ্য আৰু জীৱিকাৰ পথ হিচাপে বাছি ল'লে। বঙিয়াৰ সমীপৱৰ্তী কণিহা গাঁৱত শিক্ষকতাৰে জীৱনৰ আৰম্ভণ ঘটাই ডেকাদেৱে জালুকবাৰী উচ্চ মাধ্যমিক বিদ্যালয়ৰ পৰা অৱসৰ গ্ৰহণ কৰিছে। শিক্ষকতাক জীৱনৰ লক্ষ্য হিচাপে লোৱাটোৱে তেওঁৰ প্ৰকৃত মানসিকতাৰেই ইংগিত দিয়ে। শিক্ষকতাৰ লগত সন্নিবিষ্ট হৈছে সাহিত্যপ্ৰীতি।

ঔপন্যাসিক হিচাপে ডেকাদেৱে আত্মপ্ৰকাশ কৰে ১৯৪৮ চনত— 'প্ৰায়শ্চিত্ত' নামৰ পুথিখনৰ মাজেৰে। ইয়াৰ পিছত ১৯৫২ চনত প্ৰকাশ হয় তেখেতৰ বিপুল জনপ্ৰিয় উপন্যাস 'আজিৰ মানুহ'। উপন্যাসখনে ঔপন্যাসিকগৰাকীৰ জীৱনবীক্ষা আৰু আদৰ্শক অতি স্পষ্টৰূপত প্ৰতিষ্ঠা কৰিছে। একালে নিভাঁজ প্ৰেম আৰু অন্যফালে চহৰীকৰণে কঢ়িয়াই অনা কৃত্ৰিম আভিজাত্যৰ অহংকাৰত মদমত্ত হৈ বিশুদ্ধ প্ৰেমক পদাঘাত কৰাৰ কাহিনী হ'ল উপন্যাসখনৰ প্ৰধান উপজীব্য। বিশ্বযুদ্ধৰ পৰিপ্ৰেক্ষিতত আমাৰ গ্ৰাম্য জীৱনৰ বিশুদ্ধতা ব্যাহত হৈছে। সামন্তবাদী আৰ্থ-সামাজিক পটভূমিত আমাৰ গাঁৱলীয়া জীৱন বিপন্ন হৈছে। তেনে বিধ্বস্তিৰ কথা ঔপন্যাসিক ডেকাদেৱে নজনা নহয়। সেইবাবেই তেওঁ আমাৰ গ্ৰাম্য জীৱনৰ পুনৰ গঠনৰ প্ৰয়োজনীয়তা অনুভৱ কৰিছে। গ্ৰাম্য অৰ্থনীতিক পুনৰনিৰ্মাণ কৰিবলৈ এচাম নিঃস্বাৰ্থ কৰ্মী ওলাই আহিব লাগিব। 'আজিৰ মানুহ' উপন্যাসত তেনে কিছু লোকৰ উপস্থাপন কৰা হৈছে। ইয়াৰ দ্বাৰা ডেকাদেৱে আমাৰ গ্ৰাম্যজীৱনৰ পৰা হেৰাই যাব খোজা সংগীতক ধৰি ৰাখিব খুজিছে।

ডেকাদেৱৰ পৰৱৰ্তী উপন্যাসসমূহ হ'ল 'নতুন পথ' (১৯৫৬), 'ভাড়াঘৰ' (১৯৫৮), 'মাটি কাৰ' (১৯৫৯), 'এয়েতো জীৱন' (১৯৬০), 'আচল মানুহ' (১৯৬৫), 'বৈৰী মানুহ' (১৯৬৮) আৰু 'জীৱন সংঘাত' (১৯৭০) আদি। 'ভাডাঘৰ', 'মাটি কাৰ' আৰু 'এয়েতো জীৱন' উপন্যাসতো আধুনিক জীৱনৰ সমস্যা সংঘাতৰ এক জীৱন্ত ছবি আছে। জনপ্ৰিয়তাৰ দিশৰ পৰাও ডেকাদেৱৰ প্ৰতিখন উপন্যাসেই উল্লেখযোগ্য বুলি বিবেচিত হৈছে।

ঔপন্যাসিক হিতেশ ডেকাতকৈ মানুহ হিতেশ ডেকাগৰাকী অধিক মহৎ। মানুহ হিচাপে হিতেশ ডেকাৰ লেখিয়া সৰল-সহজ আৰু স্পষ্টবাদী ব্যক্তি অতি বিৰল। সৰ্থেবাৰীৰ পৰা আহি গুৱাহাটীৰ গাড়ীগাঁও নামৰ স্থানত স্থায়ীভাৱে বসবাস কৰিবলৈ ল'লেও ডেকাদেৱে তেওঁৰ জন্মস্থানৰ লগত

নিবিড় সম্পৰ্ক অটুট ৰাখিছে। গাড়ীগাঁও অঞ্চলৰ লোকৰ লগতো তেওঁৰ সংভাৱ উল্লেখনীয়।

সাহিত্যৰ লগত জৰিত অনুষ্ঠান-প্ৰতিষ্ঠানসমূহৰ সাংগঠনিক দিশতো ডেকাদেৱৰ অৰিহণা উল্লেখযোগ্য। কামৰূপ জিলা সাহিত্য সভাৰ লগত তেওঁৰ সম্পৰ্ক অতি গভীৰ। জিলা সাহিত্য সভাৰ স্থায়ী মাটিখিনি চৰকাৰৰ তৰফৰ পৰা আদায় কৰোতে ডেকাদেৱে দেখুওৱা আগ্ৰহ আজিও আমাৰ বাবে এক নজিৰ হৈ আছে। গুৱাহাটীস্থ প্ৰায় প্ৰতিটো শাখা সাহিত্য সভাৰ লগতেই তেওঁৰ সম্পৰ্ক গভীৰ। অসম সাহিত্য সভাৰ লগতো তেওঁৰ সম্পৰ্ক অতি ঘনিষ্ঠ। তৃণমূল পৰ্যায়ৰ পৰা অহা বাবে ডেকাদেৱে সাহিত্য সভাৰ প্ৰতিটো সমস্যা আৰু সংকটৰ লগতেই পৰিচিত। অসম সাহিত্য সভাৰ উপ-সভাপতি হিচাপেও তেওঁ কাৰ্যনিৰ্বাহ কৰিছে। এনে এক অভিজ্ঞতাপুষ্ট ব্যক্তি অসম সাহিত্য সভাৰ দৰে জাতীয় অনুষ্ঠানৰ সভাপতি হিচাপে নিৰ্বাচিত হোৱাত সাহিত্যপ্ৰেমী লোকসকলৰ লগতে আমিও আনন্দিত হৈছো। তেওঁৰ নেতৃত্বত সভাই নতুন জীৱন লাভ কৰক তাকেই আশা কৰিছো।

অসম সাহিত্য সভা অধুনা এক সংকটময় অৱস্থাৰ মাজেৰে দিন অতিবাহিত কৰিবলগীয়া হৈছে। বহু সাহিত্যিক আৰু সাহিত্যপ্ৰেমী লোক সভাৰ প্ৰতি অনুৰাগ হেৰুৱাবলৈ আৰম্ভ কৰিছে। সভাই জাতীয় অনুষ্ঠান হিচাপে ইমান দিনে লাভ কৰি অহা মৰ্যাদা অতি দ্ৰুত গতিৰে হেৰুওৱাৰ প্ৰক্ৰিয়া আৰম্ভ হৈছে। ইয়াৰ বাবে সভাৰ কৰ্মকৰ্তাসকলৰ লগতে আমিও দায়ী। সময়ৰ দাবীৰ দিশটোৰ কথাও আমি পাহৰিব নালাগিব। অসম সাহিত্য সভাৰ ভূমিকাৰ পৰিমণ্ডল বাঢ়িছেও, কমিছেও। আজি অসমত বহু বিসম্বাদী আৰু সাংস্কৃতিক অনুষ্ঠান-প্ৰতিষ্ঠান গঢ়ি উঠিছে। এনে প্ৰতিটো অনুষ্ঠান প্ৰতিষ্ঠানেই ৰাজ্যখনৰ ভাষিক, সাহিত্যিক, সামাজিক, সাংস্কৃতিক প্ৰয়োজনকে সামৰিছে। গতিকে সাহিত্য সভাৰ দৰে গণতান্ত্ৰিক অনুষ্ঠান এটিয়ে সুকীয়াকৈ কৰিবলৈ কোনো বিশেষ ক্ষেত্ৰ নাই বুলিলেও চলে। তথাপিও যে অসম সাহিত্য সভাৰ প্ৰয়োজন নোহোৱা হৈছে ঠিক সেইটোও নহয়। অসম সাহিত্য সভাৰ সন্মুখত এখন বিশাল ক্ষেত্ৰ পৰি আছে। এই ক্ষেত্ৰত আমাৰ সাহিত্য কৰ্মীসকলে অসমৰ ভাষা, সাহিত্য, সংস্কৃতিৰ উৎকৰ্ষ সাধনৰ বাবে প্ৰয়োজনীয় কাম কৰিব পাৰে। এনে কামৰ বাবে নিষ্ঠাবান নেতৃত্বৰ

প্ৰয়োজন। আমি আশা ৰাখিছো, হিতেশ ডেকাদেৱে এই নেতৃত্ব বলিষ্ঠভাৱে দিব পাৰিব। আমি জানো সৰলতাই মানুহৰ বিশেষ গুণ। শ্ৰীহিতেশ ডেকাদেৱ এনে গুণৰ অধিকাৰী। তেখেতৰ কথা-বতৰা, পিন্ধন-উৰন, চলন-ফুৰন প্ৰতি দিশতেই এনে সৰলতা সকলোৱে লক্ষ্য কৰিব। এনে গুণেৰে বলিয়ান হৈ তেখেতে অসম সাহিত্য সভাৰ দৰে জাতীয় অনুষ্ঠানটি—ঠিক জাতীয় জীৱনৰ বাবে অৰ্থপূৰ্ণ আৰু প্ৰাসংগিক কৰি তোলক।

# ঔপন্যাসিক শ্ৰীহিতেশ ডেকাক কি দৰে জানো?

শ্ৰীদূৰ্গাশংকৰ দেৱশৰ্মা

"কৰ্মই উপাসনা, হাঁহিয়েই জীৱন। যি লোকে জীৱনত সুখ আৰু দুখক হাঁহি মুখে গ্ৰহণ কৰিব জানে তেওঁহে জীৱনৰ সৌন্দৰ্য উপভোগ কৰিব পাৰে।" —এয়া হৈছে ভাৰতৰ লৌহ মানৱ চৰ্দাৰ বল্লভাই পেটেলৰ কথা। কথাষাৰ আজীৱন শিক্ষাব্ৰতী শ্ৰীহিতেশ ডেকাৰ ক্ষেত্ৰতো প্ৰযোজ্য। তেওঁ সোণ-ৰূপৰ চামুচ মুখত লৈ জন্ম গ্ৰহণ কৰা নাছিল। আৰ্থিক দিশত স্বচ্ছল নথকা পৰিয়াল এটিত ১৯২৪ চনত তেওঁৰ জন্ম। দুখ-কষ্টক তেওঁ হাঁহি মুখে লৈ বিদ্যা-শিক্ষাত মনোযোগ দিছিল।

চল্লিশৰ দশকৰ শেষ ভাগত শ্ৰীডেকাৰ লগত মোৰ পৰিচয় ঘটে নলবাৰী কলেজত। দুয়ো একেখন কলেজৰ ছাত্ৰ। বয়সত অৱশ্যে তেওঁ মোতকৈ ডাঙৰ। ছাত্ৰ একতা সভাৰ নিৰ্বাচন। শ্ৰীডেকাই কিবা এটা বিভাগৰ সম্পাদকৰ বাবে প্ৰাৰ্থী হৈছিল। বিভাগটোৰ কথা মনত নপৰে। তেওঁৰ হকে নিৰ্বাচনত খাটিছিলো। তেতিয়াৰে পৰা তেওঁৰ লগত ঘনিষ্ঠতা বাঢ়ে। তেওঁ সভা-সমিতিত বক্তৃতা দিব পাৰিছিল। খেলা-ধূলাতো তেওঁ আগৰণুৱা আছিল। তেওঁ নাট্যাভিনয়তো কৃতিত্ব দেখুৱাইছিল। আই এ, পাছ কৰাৰ পিছত এৰা-এৰি হ'লো। তেওঁ নলবাৰী কলেজত ৰ'ল; মই কটন কলেজ পালো। কৰ্ম জীৱনতো সভা-সমিতিত তেওঁক লগ পাই আহিছো। তেওঁ কেইবাখনো ঠাইৰ হাইস্কুলত শিক্ষকতা কৰিলে। তেওঁ সৰ্থেবাৰী হাইস্কুলতো শিক্ষক আছিল। সেই স্কুলৰ পৰাই তেওঁ ১৯৪৮ চনত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈছিল। শেষত তেওঁ জালুকবাৰী হাইস্কুলৰ হেড্ মাষ্টৰ হ'ল। সেই পদৰ পৰা তেওঁ ১৯৮৫ চনত অৱসৰ লৈ নানা সামাজিক কামত জড়িত হৈ আছে।

শ্ৰীডেকাই নানা সংঘাটৰ মাজেৰে বি এ, পাছ কৰে। ছাত্ৰাৱস্থাত তেওঁ কাঁহ শিল্পৰ বাবে এঙাৰৰ যোগনীয়াৰ আছিল। আৰ্থিক অসুবিধাৰ কাৰণে তেওঁ স্নাতকোত্তৰ ডিগ্ৰী ল'ব নোৱাৰিলে।

স্বাধীচিতীয়া মনৰ শ্ৰীডেকাই অসহযোগ আন্দোলনত সক্ৰিয় ভূমিকা লৈছিল। তাৰ বাবে পঢ়া-শুনাত তেওঁৰ ক্ষতি হয়। নানা ব্যস্ততাৰ মাজতো তেওঁ সাহিত্য চৰ্চাত মনোনিবেশ কৰিছিল। উপন্যাস ৰচনাৰ দিশতহে তেওঁৰ বিশেষ ৰাপ। ১৯৫২ চনত ছাত্ৰাৱস্থাতে তেওঁৰ ৰচিত 'আজিৰ মানুহ' উপন্যাসখন ওলায়। এই পুথিখন পঢ়ুৱৈ সমাজত বিশেষভাৱে সমাদৃত হয়। পুথিখনৰ পোন্ধৰটা সংস্কৰণ ওলোৱাটোৱে জনপ্ৰিয়তাৰ ইংগিত দিয়ে। 'আচল মানুহ' উপন্যাসখনৰো কেইবাটাও সংস্কৰণ ওলায়। নতুন পথ, মাটি কাৰ, ভাৰা ঘৰ, এয়েতো জীৱন, সীমাৰ কাজিয়া, বৈৰী মানুহ, জীৱন সংঘাত, সুখৰ সংসাৰ, নিৰ্যাতিতা, গাঁৱৰ মানুহ, ইতিহাসে সকীয়াই, কাম-পত্নী —উপন্যাসকেইখনেও পঢ়ুৱৈ সমাজৰ সমাদৰ পাইছে। উপন্যাসসমূহৰ কাহিনী আৰু ভাষা বিশেষ মন কৰিবলগীয়া। তেওঁৰ ভাষা সহজ-সৰল; সৰ্ব সাধাৰণ পাঠকৰ বোধগম্য। কামৰূপী শব্দৰ প্ৰয়োগ আছে। উপন্যাসত গ্ৰাম্য জীৱনৰ প্ৰতিচ্ছবি প্ৰতিফলিত হৈছে। 'আজিৰ মানুহ' উপন্যাসখনত ধনী-দৰিদ্ৰৰ সংঘাত প্ৰকাশ পাইছে। আধুনিক সমাজৰ সমস্যাও তাত ফুটি উঠিছে। উপন্যাসৰ সাৰ্থকতা নিৰ্ভৰ কৰে কাহিনীৰ ওপৰত। আকৌ প্ৰকাশ-ভংগীৰ মাধুৰ্যই কাহিনীটো মনোগ্ৰাহী কৰি তোলে। 'আজিৰ মানুহ' উপন্যাসখন দুয়োটা গুণেৰে সমৃদ্ধ। উপন্যাসখনিৰ কেতবোৰ বাক্য মন কৰিবলগীয়া। "পিছে তোৰ বেকত অৰ্থাৎ পিঠিত কোনোবা এম এল এ আছে নে নাই? আজিকালি এম এল এ বা মন্ত্ৰীক পিঠিত তুলি ঘোৰা হ'ব নোৱাৰিলে যে চাকৰিৰ একো ফয়দা নহয় তাক জাননে নে নেজান?" এনে ধৰণৰ বাক্যই এক শ্ৰেণী পাঠকৰ মন আকৰ্ষণ কৰে।

"নিভীকতা নাথাকিলে সকলো গুণ ধূলিত পৰিণত হয়। নিভীকতা নাথাকিলে সত্য সাধন আৰু অহিংসা অসম্ভৱ।" এয়া গান্ধীজীয়ে কোৱা কথা। ঔপন্যাসিক ডেকা ডাঙৰীয়াই নিভীকভাৱে মনৰ ভাৱধাৰা লেখনীত ফুটাই তুলিব পাৰিছে।

অসমীয়া সাহিত্যৰ ভঁৰাললৈ আগবঢ়োৱা আন গ্ৰন্থসমূহৰ ভিতৰত আছে—প্ৰায়চিত্ত, গৰাখহনীয়া, গল্পটো লিখা নহ'ল, এথুপি গল্প, এইখন আমাৰ সমাজ (গল্প সংকলন); মন্ত্ৰীৰ হুকুম, শীৰ্ষ সন্মিলন, বিহুৱান, অসমীৰ প্ৰাণৰ কথা (নাটক); জাতীয় চৰকাৰ, অসমীয়া জাতি টিকিবনে?

(প্ৰবন্ধ সংকলন)।

শ্ৰীডেকা এগৰাকী নিৰ্ভাজ দেশপ্ৰেমিক। ৰাজনীতিৰ পথাৰত বিচৰণ কৰাৰ মানসেৰে ১৯৬২ চনৰ সাধাৰণ নিৰ্বাচনত বৰপেটা লোকসভা সমষ্টিৰ পৰা তেওঁ নিৰ্দলীয় প্ৰাৰ্থীৰূপে প্ৰতিদ্বন্দ্বিতা কৰিছিল। মনে বিচৰা কামত তেওঁ সাহসেৰে আগবাঢ়ি যায়। ব্যৰ্থতাৰ বাবে তেওঁ অনুশোচনা নকৰে। তেওঁ গীতাৰ শ্লোকটিৰ তাৎপৰ্যও নাপাহৰে।

"কৰ্মণ্যে বাধিকাৰস্তে মা ফলেষু কদাচন।
মা কৰ্মফলহেতুৰ্ভূৰ্মা তে সঙ্গোহস্ত্ব কৰ্মণি॥

বন্ধুবৰ ডেকা ডাঙৰীয়াৰ পোছাক-পৰিচ্ছদত লাহ-বিলাহ নাই। ধুতি আৰু পাঞ্জাবী চোলাটোৰ লগত কোটটো; মাজে-সময়ে গাত চাদৰখন। সহজ-সৰল জীৱন যাপন আৰু উচ্চ চিন্তাধাৰা— তেওঁৰ আদৰ্শৰ সম্বল। চাকৰি-জীৱনৰ পৰা অৱসৰ লোৱাৰ পিছতো সাহিত্য চৰ্চাত ব্ৰতী হৈ আছে।

সাহিত্যিক শ্ৰীডেকাদেৱে অসম সাহিত্য সভাৰ লগত জড়িত। তেওঁ দুবাৰো উপসভাপতি হয়। কামৰূপ জিলা সাহিত্য পৰিষদৰ তেওঁ এবাৰ সভাপতি হৈছিল। ভগৱানৰ কৃপা আৰু শুভাকাংক্ষী ৰাইজৰ শুভেচ্ছাত ঔপন্যাসিক শ্ৰীডেকা ডাঙৰীয়াই অসম সাহিত্য সভাৰ সভাপতিৰ আসন অলংকৃত কৰাৰ সুযোগ পালে। ই পৰম সৌভাগ্যৰ কথা। এসময়ত তেওঁ ৰগৰ কৰি কৈছিল, "জন্ম মোৰ সৰ্থেবাৰীত, লেখা-পঢ়া কৰো নলবাৰীত, চাকৰি কৰো জালুকবাৰীত"। তেওঁ ৰগৰ কৰি কথা কোৱাত পাকৈত। তেওঁ আকৌ কয়, "মই সদায় ডেকা হৈ থাকিম। ডেকা হৈ থাকিলে দুগুণ উৎসাহেৰে কাম কৰিব পাৰি।" 'আজিৰ মানুহ' উপন্যাসৰ পাতনিত লিখা কথাখিনি মন কৰিবলগীয়া। তাৰে একাংশ হৈছে—

"মাতৃ-মন্দিৰৰ দুৱাৰ-দলিত থিয় দিছো;
নাচাওঁ মান, যশ, ঐশ্বৰ্য্য-বিভূতি
চাওঁ মাথোঁ মাতৃৰ একেৰি আশীৰ্বাদ।"

বৰ্তমানে তেওঁৰ কোনোটো সম্পদৰে অভাৱ হোৱা নাই— আমাৰ দৃষ্টিত। নিজৰ জন্মস্থানত অনুষ্ঠিত অসম সাহিত্য সভাৰ একষষ্টিতম অধিৱেশনত পৌৰোহিত্য কৰিব পৰাটো এক পৰম সৌভাগ্যৰ কথা। সৰ্থেবৰীয়া ৰাইজ আজি নিশ্চয় গৌৰৱান্বিত।

স্বনামধন্য পুৰুষ হিতেশ ডেকাদেৱৰ সবল নেতৃত্বৰ বলত অসম সাহিত্য সভাই এখোপ আগবাঢ়িব বুলি আমাৰ বিশ্বাস। মাতৃ ভূমিৰ কাৰণে কাম কৰিবলৈ তেওঁ শক্তি পাওক আৰু দীৰ্ঘজীৱী হওক— এয়া ঈশ্বৰৰ ওচৰত আমাৰ প্ৰাৰ্থনা।

# মাটি, মানুহ আৰু প্ৰেৰণাৰ পথিকৃত হিতেশ ডেকা

সতীশ চন্দ্ৰ চৌধুৰী

মাটি, মানুহ আৰু মাত বা ভাষা এই তিনিওটি ক্ষেত্ৰক লৈ যিগৰাকীয়ে জীৱনৰ সৰহখিনি সময় অতিবাহিত কৰিছে বা যাৰ চিন্তা-ভাৱনা উক্ত তিনিও ক্ষেত্ৰত একীভূত হৈছে তেৱেঁই হিতেশ ডেকা। এক ব্যতিক্ৰম ব্যক্তিত্ব, অতিপাত জেদি জেদি যেন লাগিলেও তেনেই সহজ-সৰল প্ৰকৃতাৰ্থত সঁচা মানুহ হ'ল আজিৰ মানুহ হিতেশ ডেকা। তেওঁ এগৰাকী প্ৰথিতযশা ঔপন্যাসিক, সাহিত্যিক, গল্পকাৰ, শিক্ষাবিদ। আনহাতে এগৰাকী সমাজ আৰু দেশৰ বাবে কাম কৰা এক অনন্য প্ৰতিভাসম্পন্ন বনুৱা তথা ৰণুৱা। তেওঁ স্পষ্টবাদী আৰু কোনো ক্ষেত্ৰতে সেও নমনা বিধৰ ব্যক্তি, যিয়ে চিন্তা আৰু কৰ্মৰ মাজত সদায় সমতা ৰাখিবলৈ যত্ন কৰি আহিছে আৰু ৰাখিছে।

তাহানি স্কুলীয়া কালত আমালোকক পঢ়িবলৈ দিয়া জীৱনী সাহিত্য, বিজ্ঞানৰ গ্ৰন্থ আদি শিশু সাহিত্যসমূহৰ অসমীয়া ভাষাত বাৰুকৈয়ে অভাৱ আছিল বাবেই কলিকতাৰ পৰা মগাই আনি সেইবোৰ পঢ়িছিলো আৰু নিজা পুথিভঁৰালত সজাই কৰি থৈছিলো। পিছলৈ কেনেবাকৈ শ্ৰদ্ধেয় হিতেশ ডেকাৰ উপন্যাসৰাজি সহজলভ্য হোৱাত, চৰ্চিত হোৱাত, অভিভাৱকে নেদেখাকৈ সেইবোৰ, বিশেষকৈ 'আজিৰ মানুহ'খন পঢ়াৰ চখত পৰিণত হয়। আজিও মনত পৰে উক্ত উপন্যাসখন আমি বহুতে এমাহতে কেইবাবাৰো পঢ়িছিলো। সেয়ে তেতিয়াই 'আজিৰ মানুহ'ৰ লেখকগৰাকীনো কোন জানিবলৈ আৰু তেওঁক চাবলৈ মনতে হেপাহ উপজিছিল। অৱশ্যে সেই হেপাহ পূৰণ হৈছিল 'বজালী ছাত্ৰ সন্মিলন'ৰযোগে। আমি বজালী ছাত্ৰ সন্মিলনৰ ভালেমান কৰ্মীয়ে সম্ভৱ এই শতিকাৰ ষাঠিৰ দশকৰ প্ৰাৰম্ভবৰ্ষতে কোনো এখন সন্মিলনত তেওঁক বিশিষ্ট অতিথি হিচাপে নিমন্ত্ৰণ কৰিছিলো। তেতিয়া বজালীৰ পৰা গুৱাহাটীলৈ বাছেৰে অহাৰ সুবিধা নাই বুলি ক'লেও অত্যুক্তি কৰা নহয়। ৰেল বুলি ক'লে সেই একেখনেই ৰেল গুৱাহাট-ধুবুৰী যাত্ৰীবাহী

গাড়ীখন। আমি ভাবিছিলো আমাৰ অৰ্থাৎ বঙালী ছাত্ৰ সন্মিলনৰ বিশিষ্ট অতিথি শ্ৰীযুত হিতেশ ডেকা ৰেলত আহি পাঠশালাত নামিব। আমাৰ কেইজনমানৰ দায়িত্ব আছিল বিশিষ্ট অতিথিক পাঠশালা ৰেলষ্টেশনৰ পৰা পাঠশালাৰ একমাত্ৰ ঘোৰাগাড়ীখনত সভাৰ স্থানলৈ লৈ যোৱা। সচৰাচৰ পলম কৰাৰ দৰে সেই দিনাও ধুবুৰীগামী ৰেলখন প্ৰায় দুঘণ্টা পলমকৈয়ে পাঠশালা পাইছিল। ধুতি পিন্ধা এজননে দুজন মানুহ গাড়ীৰ পৰা নামিছিল। আমি লাজ লাজকৈ হিতেশ ডেকা নেকি বুলি সুধিছিলো। নাই নহয়, তাৰ মানে আমাৰ বিশিষ্ট অতিথি নাহিল। আমি নিৰাশ হৈ ঘূৰি আহি শ্ৰীযুত হিতেশ ডেকা নাহিল বুলি আনসকলক জনোৱাৰ দুৰ্ভাগ্য নহ'ল। কাৰণ বিশিষ্ট অতিথি শ্ৰীযুত ডেকা ডাঙৰীয়া চাইকেলেৰে আহি যথাসময়ত উপস্থিত হোৱাই নহয় তেওঁ ইতিমধ্যে ভাষণ আৰম্ভ কৰিছেই। নক'লেও হ'ব যে আমি তেতিয়া নৱম শ্ৰেণীৰ ছাত্ৰ আৰু বঙালী ছাত্ৰ সন্মিলনৰ এজন স্বেচ্ছাসেৱক। সেয়া আছিল তেওঁৰ লগত প্ৰথম দেখাদেখি। ১৯৬২ চনত পাঠশালা সাহিত্য সভাৰ জন্ম হয়। তেতিয়া অসম সাহিত্য সভাৰ সভাপতি প্ৰথিতযশা সাহিত্যিক ত্ৰৈলোক্য নাথ গোস্বামীদেৱৰ পৰামৰ্শ তথা নিৰ্দেশত ক'বগ'লে আমাৰ যত্নতেই উক্ত সভাৰ জন্ম হয়। অসম সাহিত্য সভাৰ লগত আমাৰ সংযোগ উক্ত চনতে। ১৯৬৫ চনত ডিম্বেশ্বৰ নেওগদেৱৰ সভাপতিত্বত অনুষ্ঠিত অসম সাহিত্য সভাৰ নলবাৰী অধিৱেশনত প্ৰথমবাৰৰ বাবে পাঠশালা সাহিত্য সভাৰ প্ৰতিনিধি হিচাপে যোগদান কৰো। সেই চনৰ পৰা সভাৰ থিং অধিৱেশনলৈ (১৯৭০) আমাৰ দৰে আৰু বহুতো ডেকা প্ৰতিনিধিৰ এক কথাত 'চাৰ' আছিল এজন শ্ৰদ্ধেয় ৰজনীকান্ত দেৱশৰ্মা আৰু 'লীডাৰ' আছিল এজন শ্ৰদ্ধেয় হিতেশ ডেকা। আমি সকলোৰে তেওঁ আছিল দাদা। ১৯৭১ চনৰ মাকুম অধিৱেশনত আমি অসুস্থতাৰ বাবে যোগদান কৰিব পৰা নাছিলো। পিছত জানিব পাৰিছিলো পাঠশালাৰ প্ৰতিনিধি শ্ৰীমাধৱ চন্দ্ৰ অধিকাৰীক 'সতীশ' কিয় নাহিল বুলি প্ৰশ্ন কৰিছিল। প্ৰসংগক্ৰমে উল্লেখযোগ্য যে থিং অধিৱেশনতে কামৰূপ জিলা সাহিত্য পৰিষদ গঠনৰ আলোচনা কৰা হৈছিল অৰ্থাৎ কামৰূপ জিলাৰ আমালোক প্ৰতিনিধিসকলে লগ লাগি ডিব্ৰুগড় জিলা সাহিত্য পৰিষদৰ আৰ্হিত কামৰূপ জিলা সাহিত্য পৰিষদ গঠনৰ সিদ্ধান্ত লৈছিলো আৰু পিছৰ বছৰ অৰ্থাৎ ১৯৭১ চনত কামৰূপ জিলা সাহিত্য পৰিষদ গঠন প্ৰক্ৰিয়া ৰঙিয়াত সম্পন্ন

কৰা হৈছিল। মূঠতে হিতেশ ডেকাদেৱৰ লগত আমাৰ দৰে বহুজনে অন্তৰংগতা সাহিত্য সভা তথা কামৰূপ জিলা সাহিত্য পৰিষদৰ মাধ্যমেৰে আৰু জৰিয়তেহে। জিলা সাহিত্য পৰিষদৰ জন্মবৰ্ষৰ পৰাই শ্ৰদ্ধেয় ডেকাদেৱে আৰু আমি কাৰ্যনিৰ্বাহক সদস্য। মূল সভাৰ দৰে জিলা সাহিত্য পৰিষদৰো নিয়ম অনুসৰি বাদ পৰাৰ পিছত জিলা পৰিষদৰ বৰপেটা ৰোড অধিৱেশনৰ পৰা ক্ৰমে তিনিটা বৰ্ষৰ বাবে জিলা সাহিত্য পৰিষদৰ সম্পাদকৰ দায়িত্ব বহন কৰো। আমাৰ কাৰ্যকালৰ সকলো সময়তে যিসকলৰ সহযোগ আৰু কৰ্মপ্ৰেৰণা লাভ কৰিছিলো সেই সকলৰ ভিতৰত হিতেশ ডেকাইয়ে অন্যতম। ১৯৭৬ চনত তেওঁ জিলা সাহিত্য সভাৰ সভাপতি নিৰ্বাচিত হয়। ডেকাদেৱৰ নেতৃত্বত জিলা সাহিত্য সভাক গতিশীল কৰিবলৈ জিলা পৰিষদৰ সম্পাদক হিচাপে আমি সক্ষম হৈছিলো। আনকি জিলা সাহিত্য পৰিষদৰ কৰ্ম পৰিব্যাপ্ত হোৱাত কোনো কোনোৱে অসম সাহিত্য সভাৰ 'পেৰেলেল সাহিত্য সভা' বুলিও কটু মন্তব্য কৰিছিল। অৱশ্যে পিছলৈ জিলা সাহিত্য সভাই মূল নিয়মাৱলী অন্তৰ্ভুক্ত হোৱাত সেই কটু মন্তব্যবোৰৰ যে কোনো হেতু নাছিল সি প্ৰতিপন্ন হৈছিল। 'মাটি আৰু ঘৰ থাকিলেহে অধিকাৰ গজগজীয়া হয়' এই ধাৰণা ডেকাদেৱৰ তাহানিৰ। সেয়ে কামৰূপ জিলা সাহিত্য পৰিষদৰ ভূমিৰ বাবে তেওঁ আৰু আমি বহুতে বেছ কষ্ট কৰিবলগীয়াও হৈছিল। অনেক আবেদন-নিবেদন আৰু যত্নৰ ফলত জালুকবাৰী থানাৰ পিছৰ মাটিখিনি কামৰূপ জিলা সাহিত্য পৰিষদৰ বাবে পোৱা গৈছিল। ভূমিৰ সম্ভেদ দিয়াৰ পৰা আবেদন পত্ৰ প্ৰস্তুত কৰালৈকে সকলো কাৰ্য ডেকাদেৱে নিজে কৰিছিল আৰু চৰকাৰৰ ওচৰত আমি হেঁচা দিছিলো। আবেদন পত্ৰত সভাপতি হিচাপে তেওঁ আৰু সম্পাদক হিচাপে আমি স্বাক্ষৰ কৰিছিলো। বহুত তাঁত বাতি কৰাৰ পিছত ভূমিখিনি পোৱা হৈছিল। চৰকাৰী নিৰ্দেশ পত্ৰত সভাপতি হিচাপে (আবেদন পত্ৰ আমাৰ দুয়োগৰাকীৰ নামত আছিল) তেওঁৰ নামতে আহিছিল। দুই-একে তেওঁৰ নামত অহাত সন্দেহ তথা আশংকাও নকৰাকৈ থকা নাছিল। তেওঁৰ লগতে আমাৰ এটাই কথা আছিল, 'চৰকাৰী আদেশ কাৰ নামত আহিছে, সেয়া গুৰুত্বপূৰ্ণ কথা নহয়। ভূমি কামৰূপ জিলা সাহিত্য পৰিষদৰহে'। আশানুৰূপভাৱে আমাৰ বৰ্ষতে চৰকাৰৰ পৰা অকল ভূমি বুজি লোৱাই নহয় উক্ত ভূমিত কামৰূপ জিলা সাহিত্য পৰিষদৰ নাম ফলক লগোৱা অনুষ্ঠান ব্যাপক

কাৰ্যসূচীৰে পালন হৈছিল। আৰু পিছত ভূমিৰ চৌহদত খুটা পোটাৰ উপৰি বাঁহৰ বেৰো দিয়া হৈছিল। আমালোকৰ কাৰ্যকালৰ পিছতো মাটিৰ ৰখীয়া আছিল প্ৰকৃতাৰ্থত হিতেশ ডেকাদেৱ, কিয়নো উক্ত মাটি বেদখল কৰিবলৈ কোনো কোনোৱে চেষ্টা চলাইছিল। আৰু বেৰ আদি উঠাইয়ো নিছিল। নামফলক লৈ যোৱা, চৌহদৰ খুটা ভাঙি পেলোৱা আদি কাৰ্য ঘটিছিল। কেইবাখনো নামফলক আঁৰিবলগীয়া হৈছিল। পিছলৈ সেই ভূমি সংৰক্ষিত হোৱাত আৰু বৰ্তমান সেই ভূমিত জিলা সাহিত্য সভাৰ ভৱন নিৰ্মাণৰ ব্যৱস্থা হোৱাত আমি আনন্দিত হৈছো। আৰু আওপকীয়াভাৱে হ'লেও জিলা সাহিত্য সভাৰ ভূমি লাভৰ মূলতে হিতেশ ডেকা বুলি জিলা সাহিত্য সভাৰ প্ৰাক্তন সম্পাদক হিচাপে আজিও আমি শ্ৰদ্ধাৰে স্মৰণ কৰো।

জিলা সাহিত্য সভাৰ মাধ্যমেৰে গঢ়ি উঠা ডেকাদেৱৰ সেই অন্তৰংগতা আৰু গাঢ়তৰ হৈছিল ১৯৭৭ চন আৰু ১৯৮১ চনত। কিয়নো ১৯৭৬-৭৭ বৰ্ষত সভাৰ টিহু অধিৱেশনত আমি অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহকৰ সদস্য আৰু ডেকাদেৱ সভাৰ উপসভাপতি নিৰ্বাচিত হয়। ১৯৮০-৮১ বৰ্ষত ৰহা অধিৱেশনত তেওঁ উপসভাপতি আৰু আমি সভাৰ গুৱাহাটী কাৰ্যালয়ৰ সহকাৰী সম্পাদক নিৰ্বাচিত হওঁ।

অসম সাহিত্য সভাৰ লগত সংযুক্ত হোৱা, সভাৰ যিকোনো সংকট কালতে নিষ্ঠাৰে সভাৰ হকে কাম কৰা ডেকাদেৱ অসম সাহিত্য সভাৰ সভাপতি নিৰ্বাচিত হোৱাত আন নহ'লেও তেওঁৰ সভাৰ লগত থকা দীৰ্ঘসূত্ৰিতাৰ কাৰণতে আমি আনন্দিত হৈছো, যেনেদৰে আনন্দিত হৈছিলো প্ৰয়াত ডাঃ গগৈদেৱ নিৰ্বাচিত হোৱাত। ডঃ গগৈ দেৱৰ দৰে শ্ৰীযুত ডেকাদেৱেও সভাৰ বাহিৰ ভিতৰত জনা, সভাৰ সুবিধা-অসুবিধা, বিত্তীয় দিশ, ইয়াৰ অৰাজনৈতিক আৰু সম্প্ৰদায়িক চৰিত্ৰ আদি সম্পূৰ্ণ জনা লোক। ক'বগ'লে সভাৰ একেবাৰে ভিতৰৰ লোক। সেয়ে তেওঁৰ নেতৃত্বই সভাক আৰু অধিক গতিশীলতা প্ৰদান কৰাৰ লগতে ইয়াৰ অৰাজনৈতিক আৰু অসাম্প্ৰদায়িক স্থিতি অক্ষুন্ন থাকিব বুলি আমি নিশ্চিত। 'আজিৰ মানুহ'ৰে সংযোগ ঘটা বজালী ছাত্ৰ সন্মিলনত পৰিচয় হোৱা, অসম সাহিত্য সভাৰ অন্তৰংগতা গঢ়ি উঠা, কামৰূপ জিলা সাহিত্য পৰিষদৰ (বৰ্তমান সভা) জ্যেষ্ঠতম হ'লেও সতীৰ্থতাৰ মোহেৰে বান্ধি ৰখা আমাৰ শ্ৰদ্ধাৰ দাদা, হিতেশ ডেকা 'চিৰ চেনেহী মোৰ ভাষা জননী' এই বাণী আৰু

'জয় আই অসম' ধ্বনিৰ শিৰোগত কবি অসম সাহিত্য সভাৰ মাননীয় নৱনিৰ্বাচিত সভাপতি শ্ৰীযুত হিতেশ ডেকাদেৱলৈ (চাৰলৈ) জনালো শ্ৰদ্ধা আৰু সাদৰ সম্ভাষণ। 'জয়তু ভাষা জননী'।

# চাৰক মই কিদৰে পালো

ডঃ সৰ্বেশ্বৰ দাস

ডেকা চাৰৰ লগত মোৰ সম্পৰ্ক ঘটিছিল শিক্ষাগুৰু হিচাপে। জালুকবাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ত (তেতিয়া হাইস্কুল) যেতিয়া মই প্ৰথম পদাৰ্পণ কৰিছিলো তেতিয়াৰ পৰাই তেখেতক মই যে এক প্ৰকাৰ ভয় আৰু সমীহ কৰিছিলো সেইটো মোৰ এতিয়াও মনত আছে। যদিও তেখেতে তলৰ ক্লাছলৈ সাধাৰণতে অহা নাছিল তথাপিও হাতত বেতদাল লৈ স্কুলৰ ইমূৰৰ পৰা সিমূৰলৈ গহীন গম্ভীৰ ভাবেৰে অহা-যোৱা কৰোতে ছাত্ৰ-ছাত্ৰীসকলে ভয়তে কেনেকুৱা কৰিছিল সেইটো এতিয়াও মোৰ মাজে সময়ে মনলৈ আহে। কেইটামান শ্ৰেণী তেনেদৰে পাৰ হৈ যেতিয়া ওপৰ ক্লাছলৈ আহিছিলো লগৰীয়াসকলৰ মুখৰ পৰা জানিবলৈ পাইছিলো যে তেখেতে উপন্যাস লিখা হিতেশ ডেকা। কৈশোৰৰ দেওনা পাৰ হৈ যৌৱনৰ দুৱাৰদলিত ভৰি দিয়া বয়সৰ পৰাই তেখেতৰ উপন্যাস পঢ়িবৰ বাবে মই বৰ আগ্ৰহান্বিত হৈছিলো। তেখেতৰ কিতাপ কিনি পঢ়াৰ সামৰ্থ নাথাকিলেও গাঁৱত থকা পুথিভঁৰালৰ পৰাই তেখেতৰ কেইখনমান কিতাপ পঢ়াৰ সুবিধা লাভ কৰিছিলো। 'এয়েতো জীৱন' যিখন কিতাপেৰে মই তেখেতৰ মনৰ মাজলৈ সোমাইছিলো সেইখন কিতাপ পঢ়ি মই অতিশয় আপ্লুত হৈ পৰিছিলো। যাৰ বাবে তেখেতৰ দ্বাৰা ৰচিত কেইবাখনো উপন্যাস একেৰাহে পঢ়িছিলো। গ্ৰাম্য জীৱনৰ পটভূমিত ৰচিত এই উপন্যাসবোৰ মই হেপাহ পলুৱাই পঢ়িছিলো। ঘৰত তেখেতৰ কিতাপ পঢ়ো আৰু ক্লাছত গৈ তেখেতৰ ৰসাল বক্তব্য শুনো। এয়েতো জীৱনৰ পিছতে 'আজিৰ মানুহ', 'আচল মানুহ' ইত্যাদি কেইবাখনো উপন্যাস পঢ়িছিলো লুকাই চুৰকৈ পঢ়া বয়সতে। তেতিয়া হয়তো এই কিতাপবিলাকৰ অন্তৰালত লুকাই থকা সাৰমৰ্মখিনি ভালদৰে বুজিয়েই পোৱা নাছিলো। কিন্তু কিবা এটা যে নোপোৱাৰ আনন্দ পাইছিলো এতিয়াহে এই কাহিনীবোৰৰ গূঢ়াৰ্থ কিছু পৰিমাণে উপলব্ধি কৰিছো। মনতে ভাবিছিলো তেখেতে বাৰু ইমানবোৰ কথা জানে কেনেকৈ? সেয়েহে তেখেতৰ কথা মনলৈ আহিলে তাহানি কালতে শ্ৰেণীত পঢ়ুৱাওঁতে

দিয়া বস্যাল বক্তব্যবোৰ মনৰ মানস পটত আজিও জিলিকি উঠে। ভৱিষ্যতেও কিছু কথা হয়তো পাহৰিব নোৱাৰিম। স্কুল এৰাৰ পিছতো যদিও চাৰৰ শ্ৰেণীৰ সান্নিধ্য হেৰুৱাইছিলো তথাপিও মনৰ সান্নিধ্য তথা ঘনিষ্ঠতা হেৰুৱা নাছিলো। সেয়েহে চাৰক যেতিয়া কামৰূপ সাহিত্য পৰিষদে (এতিয়া কামৰূপ সাহিত্য সভা) সভাপতি নিৰ্বাচিত কৰি তেখেতক শোভাযাত্ৰাৰে কি দৰে আদৰি আনে তাক চাবলৈ গৈছিলো। সেইবাৰ পলাশবাৰীত অনুষ্ঠিত হোৱা কামৰূপ সাহিত্য সভাৰ সভাপতি হিচাপে আদৰাৰ দৃশ্য আৰু তেওঁৰ গাম্ভীৰ্যতা পূৰ্ণ প্ৰতিচ্ছবি এতিয়াও মোৰ মনত ভাহি উঠে। অৱশ্যে তেতিয়া সাহিত্য কাৰ্যৰ প্ৰতি বা সাহিত্যৰ প্ৰতি মোৰ অকণো জ্ঞান নাছিল। তথাপিও এই অনুষ্ঠান চাবলৈ গৈছিলো তেখেতৰ প্ৰতি থকা অগাধ শ্ৰদ্ধা আৰু ভালপোৱাৰ বাবেই মোক সেই শোভাযাত্ৰাত যোগ দিবলৈ উদগনি দিছিল।

তেখেতৰ বিভিন্ন বিষয়ৰ প্ৰতি থকা জ্ঞানে মোক কেতিয়াবা আচৰিত কৰি তুলিছিল। তেখেত সঁচাকৈয়ে এজন বহুৰূপী লোক। তেখেতৰ মুখৰ পৰাই তেওঁৰ জীৱনৰ বাস্তৱ ঘটনাবোৰ শুনি বিপুল শ্ৰদ্ধাত মূৰ দো খাই গৈছিল। কেনেকৈ কঁহাৰশালিত কাঁহ পিতা কাম কৰিছিল, কলেজত পঢ়োতে এগুৱাৰ ব্যৱসায় কেনেকৈ কৰিছিল, স্বাধীনতা আন্দোলনত ভাগ লোৱাত পলাই থাকোতে কেনেদৰে যাতনা ভুগিবলগা হৈছিল ইত্যাদি কাহিনীবোৰ যেন আচৰিতভাৱেই ৰহস্যজনক।

অসমৰ পৰা বিদেশী বহিষ্কাৰৰ দাবীত হোৱা আন্দোলনতো তেখেত সাহিত্য সভাৰ প্ৰতিনিধি হিচাপে দিল্লী আলোচনাত ভাগ লোৱাৰ উপৰিও আমাৰ গাড়ীগাঁও তথা জালুকবাৰী অঞ্চলত শান্তি-সম্প্ৰীতি ৰক্ষাৰ ক্ষেত্ৰত আগভাগ লৈছিল। এইবিলাকৰ উপৰিও চাৰক প্ৰায়ে লগ পাইছিলো আৰু এতিয়াও লগ পাওঁ চাৰক বিভিন্ন সামাজিক অনুষ্ঠানত যিবোৰত তেখেতৰ অৱিহনা যথেষ্ট। অঞ্চলটোৰ বিভিন্ন সামাজিক অনুষ্ঠানত তেখেতৰ যোগদানে সকলোকে অনুপ্ৰাণিত কৰে। তেওঁ একেবাৰে বজাৰ সমিতি গঠনৰ পৰা আদি কৰি বিভিন্ন চৰকাৰী- বেচৰকাৰী অনুষ্ঠানৰ জৰিয়তে সকলো শ্ৰেণীৰ লোকৰ মাজত সোমাই পৰিছিল। আমাৰ ধাৰণা হৈছিল এইবোৰ অনুষ্ঠানত সোমাই অঞ্চলটোৰ সমাজৰ প্ৰতি তেখেতৰ দায়িত্ব পালন কৰাৰ লগতে আহৰণ কৰা অভিজ্ঞতাই তেখেতৰ লিখনিৰ বাবেও প্লট সৃষ্টি কৰিছিল।

যি হওক চাৰ যে অকল সমাজপ্ৰিয় বা কথা সাহিত্যিক হিচাপে নহয়, এজন কৃষক হিচাপেও তেখেতৰ বাপ যথেষ্ট। তেওঁ নিজে শাক-পাচলিৰ খেতি কৰি নিজৰ বাবে প্ৰয়োজনীয়খিনি নিজে কৰে। তেখেত শাৰীৰিক পৰিশ্ৰম কৰি ভাল পোৱা এজন ব্যক্তি যাৰ কাৰণে নিজৰ বাৰীখনত নিজে শাক-পাচলি উৎপাদন কৰাৰ উপৰিও তিনি চাৰি কিলোমিটাৰ প্ৰায় নিয়মীয়াকৈ খোজ কাঢ়ি ফুৰে।

চাৰ যে অকল এইবোৰ কামতেই জৰিত হৈ আছিল এনে নহয়, তেখেত এজন শিল্পী মনৰ মানুহ। চাৰৰ উপন্যাস 'এয়েতো জীৱন'ৰ ওপৰত যেতিয়া আমি দূৰদৰ্শনৰ বাবে ধাৰাবাহিকখনি কৰিছিলো তেখেতৰ পৰামৰ্শ আৰু কত কি ভুল হ'ল, কেনেধৰণৰ হ'ব লাগিছিল সেই বিষয়ে কোৱা কথাবিলাকৰ পৰা তেওঁৰ শিল্পীমনৰ কাৰিকৰী জ্ঞানৰ বিষয়ে জানি তবধ মানিছিলো।

চাৰৰ আৰু এটা মহৎ গুণৰ বিষয়ে আমি জানিছিলো, সেইটো হ'ল চাৰ দৃঢ়মনা। চাৰক কোনেও কেতিয়াও উপঢৌকন দি ভুলাব নোৱাৰে, নিজৰ যুক্তিত সদায় অলৰ-অচৰ; কোনো দিনে কাৰো ওচৰত সেও নমনা চাৰ নিজৰ যুক্তিত বিশ্বাসী আছিল। সোণৰ চামুচ মুখত লৈ জন্মগ্ৰহণ কৰা ব্যক্তি এজনৰ কৃতিত্ব আৰু একেবাৰে শূন্যৰ পৰা জীৱন আৰম্ভ কৰি কৃতিত্বৰ শিখৰত বগোৱা ব্যক্তি এজনৰ মূল্য বহুগুণেই অধিক, যিটো চাৰৰ জীৱনত ঘটিল; যাক স্বীকাৰ কৰিবই লাগিব।

আশা কৰো মাননীয় ডেকা চাৰৰ জীৱনৰ আদৰ্শ সকলোৰে বাবে প্ৰেৰণা আৰু পাথেয় হওক।

# হিতেশ ডেকা মানুহজন

**সাক্ষাৎগ্ৰহণঃ 'তৃষ্ণাতুৰ'ৰ হৈ নৱকুমাৰ শৰ্মা, চন্দন বৰুৱা**

**প্ৰশ্নঃ** আপোনাৰ আটাইতকৈ জুটি লগা আহাৰ কি? খাবলৈ বেয়া পোৱা বস্তুটোৰো নাম কওকচোন।

**উত্তৰঃ** মোৰ আটাইতকৈ জুটি লগা আহাৰ হ'ল সৰু মাছত খাৰ দি ৰন্ধা আঞ্জা। খাবলৈ বেয়া পোৱা বস্তুটো হ'ল মিঠাই।

**প্ৰশ্নঃ** জীৱনত আপুনি আটাইতকৈ বেছি ভাল পোৱাজন কোন? আপুনি বেয়া পোৱাজনৰ বিষয়েও কওক।

**উত্তৰঃ** জীৱনৰ আটাইতকৈ ভাল পোৱা মানুহগৰাকী হ'ল মোৰ মা ⁄সুন্দৰীপ্ৰিয়া ডেকা। যিসকলে সকলো ক্ষেত্ৰতে মিছাৰ আশ্ৰয় বিচাৰে সেইসকলক মই বেয়া পাওঁ।

**প্ৰশ্নঃ** আপুনি কাক বা কিহক আটাইতকৈ বেছি ভয় কৰে? কিয় কৰে বাৰু?

**উত্তৰঃ** অপবাদ। কিয়নো অপবাদে ব্যক্তিত্ব বিনষ্ট কৰে।

**প্ৰশ্নঃ** আপোনাৰ বাবে জীৱনৰ উদ্বিগ্নতম্ মুহূৰ্ত কোনটো? সংকটৰ মুহূৰ্ত একা?

**উত্তৰঃ** কিতাপ এখন লিখি শেষ নোহোৱা পৰ্যন্ত এই সময়ছোৱা মই বৰ উদ্বিগ্নতাৰে পাৰ কৰোঁ। দুষ্ট আত্মীয়ৰ সৈতে আলোচনা কৰা মুহূৰ্তই মোৰ জীৱনৰ সংকটপূৰ্ণ মুহূৰ্ত বুলি মই ভাবোঁ।

**প্ৰশ্নঃ** আপোনাৰ জীৱনলৈ প্ৰেম আহিছিল নে? পৰিণতি কি হ'ল?

**উত্তৰঃ** প্ৰেম মোৰ জীৱনলৈ আহিছিল আৰু মই উত্তীৰ্ণও হৈছিলোঁ।

**প্ৰশ্নঃ** পৃথিৱীত আপোনাৰ ঘৃণাৰ পাত্ৰ কোন? আপোন বাৰু কোন?

**উত্তৰঃ** মিছলীয়া ব্যক্তি মোৰ বাবে ঘৃণাৰ পাত্ৰ আৰু সত্যবাদীজন মোৰ প্ৰিয়।

**প্ৰশ্নঃ** আপোনাৰ প্ৰিয় ৰং? প্ৰিয় ফুল কোনবিধ?

**উত্তৰঃ** সেউজীয়া ৰং মই ভাল পাওঁ। পদুম ফুল মোৰ অতি প্ৰিয়।

**প্ৰশ্নঃ** প্ৰেমৰ পৰিণতিত বিবাহ নে বিবাহৰ পিছত প্ৰেম? আপুনি কোন পক্ষত?

উত্তৰঃ প্ৰেমৰ পৰিণতিত বিবাহ।
প্ৰশ্নঃ তৃষ্ণাতুৰৰ লগত আপোনাৰ সম্পৰ্ক কিহৰ?
উত্তৰঃ লেখক হিচাপে সম্পৰ্ক থকাৰ উপৰিও তৃষ্ণাতুৰৰ সৈতে মোৰ এক গভীৰ সম্পৰ্ক আছে, সেই সম্পৰ্ক মৰমৰ।
প্ৰশ্নঃ নতুন চাম লেখক— লেখিকালৈ আপোনাৰ পৰামৰ্শ কি?
উত্তৰঃ নতুন চামে ধন আৰু মান আশা নকৰি নিজৰ আত্মবিশ্বাস ৰাখি লিখি যাওক- সফলতা অনিবাৰ্য।
প্ৰশ্নঃ বৰ্তমান সময়ত দেখা দিয়া উশৃংখল যুৱ মানসিকতাৰ বিষয়ে আপোনাৰ মন্তব্য?
উত্তৰঃ এই বিষয়টোলৈ মই বৰ দুঃখিত। নিচাখোৰ লোকক মই ঘিণ নকৰো যদিও বৰ বেয়া পাওঁ। বৰ্তমান এচাম যুৱকৰ নৈতিক চৰিত্ৰৰ স্খলন হোৱাত মই বৰ ব্যথিত। উশৃংখল যুৱ সমাজক সুপথ দিবলৈ সমাজে চেষ্টা কৰা উচিত। এয়া মোৰ বিনম্ৰ অনুৰোধ। ড্ৰাগছকে আদি কৰি নিচাযুক্ত দ্ৰব্য সেৱনৰ পৰা তেওঁলোকক বিৰত কৰিবই লাগিব।

# ছাত্ৰৰ দৃষ্টিৰে— এজন কৃতী শিক্ষক

ভবেন ঠাকুৰীয়া

অসম সাহিত্য সভাৰ ৬১ তম সৰ্থেবাৰী অধিবেশনৰ সভাপতি শ্ৰীযুত হিতেশ ডেকাদেৱ অকল এগৰাকী জনপ্ৰিয় ঔপন্যাসিকেই নহয়, এগৰাকী সফল শিক্ষকো। দৰাচলতে কলমেৰেই হওক বা তুলিকাৰেই হওক অথবা বক্তৃতাৰেই হওক আৰু সেই বক্তৃতা শ্ৰেণীকক্ষতেই হওক অথবা কোনো ৰাজহুৱা মঞ্চতেই হওক যিসকলে মানুহক নতুন কিবা জনাৰ, বুজাৰ, চিন্তা কৰাৰ প্ৰেৰণা দিয়ে, সেই সকলোবোৰেই প্ৰকৃততে শিক্ষক। এওঁলোক সমাজৰ শিক্ষক। চক্ৰেটিছ্ সাধাৰণ অৰ্থত শিক্ষক নাছিল। কাৰণ শ্ৰেণীকক্ষত তেওঁ কাকো একো শিকোৱা নাছিল। এথেন্সৰ বাটে-পথে তেওঁক আগুৰি ধৰি গুণমুগ্ধ যুৱকসকলে তেওঁৰ পৰা নতুন কথা শিকি, নতুনকৈ চিন্তা কৰাৰ প্ৰেৰণা পাইছিল। তথাপিও চক্ৰেটিছ্ সৰ্বকালৰ এগৰাকী মহান শিক্ষক। এনে অৰ্থত প্ৰতিগৰাকী সাহিত্যিক, শিল্পী, দাৰ্শনিক, বুদ্ধিজীৱী সমাজৰ শিক্ষক।

শুনা মতে, পশ্চিমৰ অনেক শিক্ষানুষ্ঠানতে, বিশেষকৈ কলেজ-বিশ্ববিদ্যালয় পৰ্যায়ত ছাত্ৰসকলেও একোজন শিক্ষকৰ শিক্ষাদানৰ সফলতাৰ মান নিৰ্ণয় কৰি 'বছৰটোৰ শিক্ষক' নিৰ্বাচিত কৰে। আমাৰ দেশত তেনে এটা ব্যৱস্থা এতিয়াও হোৱাগৈ নাই। কাৰণ আমাৰ ঐতিহ্যই কয়— 'গুৰু ব্ৰহ্মা, গুৰু বিষ্ণু, গুৰু মহেশ্বৰ'। গতিকে শিক্ষাগুৰুৰ জ্ঞানদানৰ সফলতা বিফলতাৰ মান নিৰ্ণয় কৰাৰ যোগ্যতা নাইবা অধিকাৰ ছাত্ৰৰ নাই। হ'লেও একোগৰাকী শিক্ষকৰ শিক্ষাদানৰ সফলতা বিফলতাৰ কথা ছাত্ৰ-ছাত্ৰীয়ে নিশ্চয় অনুধাৱন কৰে।

আমাৰ পৰম সৌভাগ্য যে বিশিষ্ট ঔপন্যাসিক মাননীয় হিতেশ ডেকাদেৱক আমি তিনিটা ভিন্ন ৰূপত একেবাৰে ওচৰৰ পৰা পাইছো। এক, তেখেত মোৰ শিক্ষাগুৰু, সুদীৰ্ঘ সাতোটা বছৰ তেখেতক শিক্ষক হিচাপে পাইছো। দুই, সহকৰ্মী হিচাপে তেখেতৰ তলত সাতোটা বছৰ কাম কৰি ছাত্ৰ হিচাপে শিকিবলৈ, বুজিবলৈ সুবিধা নোপোৱা অনেক কথাই শিকিছো,

বুজিছো। তিনি, প্ৰায় সাত বছৰ বয়সৰে পৰাই তেখেতক প্ৰতিবেশী হিচাপে পাইছো। বিপদে-সম্পদে মূল্যবান দিহা-ভৰষা পাইছো। ইয়াৰ উপৰিও তেখেতেই প্ৰতিষ্ঠা কৰা জালুকবাৰী সাহিত্য সভাৰ আমি সম্পাদক হৈ থকা সময়ত সাহিত্য সভাৰ উদ্যোগত অনুষ্ঠিত হোৱা আলোচনা চক্ৰসমূহতো তেখেতক পাইছো আৰু নতুন লেখকসকলৰ লিখনি সম্পৰ্কে দিয়া প্ৰেৰণামূলক মন্তব্যও শুনিছো। আমাৰ এই লেখাত অৱশ্যে শিক্ষক হিচাপে চাৰক কিদৰে পাইছিলো, সেই বিষয়েহে দুই এটি কথা উনুকিয়াম।

'হিতেশ ডেকাচাৰ' বুলিলে মনত ভাঁহি উঠে শিল্পনত খদ্দৰৰ চুৰিয়া পাঞ্জাবী, ওপৰত অভাৰকোট, ভৰিত পামশ্বুৰে পহীন গম্ভীৰকৈ খোজ কাঢ়ি স্কুললৈ অহা-যোৱা কৰা এগৰাকী ট্ৰিপিকেল ভাৰতীয় শিক্ষকৰ প্ৰতিচ্ছবি। চাৰে নিজে যদিও কয়— খোৱা-বোৱা নিজৰ কাৰণে, পিন্ধা-উৰা অইনৰ কাৰণে— আমি কিন্তু কোনো দিনেই তেখেতক আড়ম্বৰপূৰ্ণ পোছাক পৰিধান কৰা দেখা মনত নপৰে। সেইদৰে খোৱা-বোৱাতো তেখেত 'হাঁহেৰেও ৰাজি, মাহেৰেও ৰাজি'। হয়তো 'সাধাৰণ জীৱন-যাপন, উচ্চ চিন্তা'— এয়াই চাৰৰ জীৱনৰ আদৰ্শ।

শিক্ষাবিদসকলে কয়— A teacher is born, not made. শিক্ষকৰ জন্মহে হয়, সৃষ্টি নহয়। অৰ্থাৎ মেহনত কৰি কোনোৱে সফল শিক্ষক হ'ব নোৱাৰে। শিক্ষণীয় বিষয়ৰ ওপৰত গভীৰ জ্ঞান, কাৰ্যকৰী শিক্ষণ পদ্ধতি আৰু মানৱ মনস্তত্ত্ব— এই সকলোবোৰেই এগৰাকী শিক্ষকৰ সফলতাৰ চাবি-কাঠি। বিশ্ববিদ্যালয়ৰ সৰ্বোচ্চ ডিগ্ৰীধাৰী অনেক মেধাবী ছাত্ৰ-ছাত্ৰীও এনেবোৰ গুণৰ অভাৱত শিক্ষক হিচাপে বিফল হোৱা দেখা যায়। বিশ্ববিদ্যালয়ৰ ডিগ্ৰী নাইবা শিক্ষক প্ৰশিক্ষণেৰে সফল শিক্ষক কমেই হৈছে। শ্ৰীযুত ডেকাচাৰৰ ক্ষেত্ৰত ওপৰত উল্লেখ কৰা গুণকেইটাৰ সমাহাৰ লক্ষ্য কৰিছিলো। সেইবাবে শিক্ষাদান কাৰ্যত তেখেত যে সম্পূৰ্ণ সফল হৈছিল, সেই কথা তেখেতৰ তলত শিক্ষাগ্ৰহণ কৰা প্ৰতিজন ছাত্ৰ-ছাত্ৰীয়ে স্বীকাৰ কৰিব। জালুকবাৰী উচ্চ মাধ্যমিক বিদ্যালয়ত চাৰ যেতিয়া সহকাৰী প্ৰধানশিক্ষক হৈ আছিল, আমি তেতিয়া সেই বিদ্যালয়ৰ ছাত্ৰ। নৱম-দশম শ্ৰেণীত চাৰে অসমীয়া আৰু বুৰঞ্জী পঢ়ুৱাইছিল। চাৰ নিজে সাহিত্যিক আছিল গুণে আৰু কবি- সাহিত্যিক অনেকৰে লগত ব্যক্তিগত সম্পৰ্ক আছিল বাবেই চাৰৰ অসমীয়া ক্লাছটো বেছ আকৰ্ষণীয় হৈছিল। নিৰ্দিষ্ট

পাঠ এটা বুজাবলৈ গৈ তেখেতে আৰু অনেক প্ৰাসংগিক কথা সবিস্তাৰে আলোচনা কৰিছিল, যিবোৰে ছাত্ৰ-ছাত্ৰীৰ মনৰ পৰিধি বহল হোৱাত সহায় কৰিছিল। বুৰঞ্জীৰ দৰে নিৰস বিষয় এটাকো কেনেকৈ সৰস কৰি ছাত্ৰ-ছাত্ৰীৰ মনোগ্ৰাহী কৰিব পাৰি, চাৰৰ শিক্ষাৰ পৰাই গম পাইছো। বুৰঞ্জীৰ ঘটনাৱলীৰ গভীৰতৰলৈ সোমাই গৈ তাৰ পৰা প্ৰকৃত সত্য কিদৰে আহৰণ কৰিব লাগে চাৰৰ পৰাই শিকিছিলো। শিক্ষক দুই ধৰণৰ আছে। এচামে কেৱল পৰীক্ষাৰ প্ৰতি দৃষ্টি ৰাখিহে ছাত্ৰ-ছাত্ৰীক শিক্ষাদান কৰে। এনে শিক্ষকৰ শিক্ষাদানে ছাত্ৰ-ছাত্ৰীক পৰীক্ষাত কৃতকাৰ্যতা হোৱাত সহায় কৰিব পাৰে, কিন্তু ছাত্ৰ-ছাত্ৰীৰ মানসিক তথা বৌদ্ধিক বিকাশত বিশেষ সহায় নকৰে। দ্বিতীয়চাম শিক্ষকৰ শিক্ষাই ছাত্ৰ-ছাত্ৰীক কেৱল পৰীক্ষাত কৃতকাৰ্য হোৱাতেই সহায় নকৰে, ছাত্ৰ-ছাত্ৰীৰ মৌলিক চিন্তাৰ দুৱাৰ মুকলি কৰাতো সহায় কৰে। হিতেশ ডেকাচাৰ এই দ্বিতীয় শ্ৰেণীৰ শিক্ষক। তেখেতৰ শিক্ষাদান প্ৰণালীয়ে ছাত্ৰ-ছাত্ৰীৰ মনত স্বকীয় চিন্তা জগাই তোলাত সহায় কৰিছিল। 'চেকনিৰ আগত বিদ্যা'— চাৰ এই নীতিৰ সম্পূৰ্ণ পৰিপন্থী। সুদীৰ্ঘ শিক্ষক জীৱনত তেখেতে বৰ কমেইহে ছাত্ৰক বেত দিছিল। হয়তো তেখেতে বিশ্বাস কৰে যেতেৰে নহয়, বাক্যৰেহে ছাত্ৰৰ মন আৰু মগজুৰ সংশোধন সম্ভৱ। তাহানি স্বৰ্গীয় বেণুধৰ শৰ্মাইও কৈছিল— 'ল'ৰাৰ মগজু কেঁচাসোণ, ঘঁহিলে পিহিলেই চকচকীয়া হৈ পৰে।' চাৰেও বোধহয় তাকেই অনুভৱ কৰে। এইখিনিতে এটা ঘটনা মনত পৰিছে। আমি তেতিয়া নৱম শ্ৰেণীৰ ছাত্ৰ। নৱম-দশম শ্ৰেণীৰ অসমীয়া কবিতা চয়নখনত আছিল 'দুষ্মন্ত শকুন্তলাৰ পুনৰ্মিলন' বোলা পুৰণি কবিতাংশ। আশ্ৰমত সিংহ-শাৱকৰ সৈতে খেলি থকা শিশু ভৰতক দেখি বিস্ময়াভূত ৰজা দুষ্যন্তই শিশু ভৰতৰ হাতত ধৰিলেহি। তাকে দেখি ওচৰতে থকা ধায়ে ৰজাক ককৰ্থনা কৰি ক'লে— 'কোন তুমি শিশুক ধৰিলা কিবা কাজে। শুনিলে কলংক হৈবো দেৱৰ সমাজে॥' এজন দুষ্ট ছাত্ৰই এই পদ দুফাকিৰ দুটামান শব্দ সলনি কৰি লিখিলে— 'কোন তুমি নাৰীৰ ধৰিলা কিয় হাতে। শুনিলে কলংক হৈবো মনুষ্য সমাজে।' সৰু কাগজ এখনত লিখা কথাখিনি পঢ়িবলৈ শ্ৰেণীকক্ষত ছাত্ৰসকলৰ মাজত টনা-আজোৰা লাগিল। এজন ছাত্ৰই কাগজ টুকুৰা নি হিতেশ ডেকা চাৰৰ হাতত দিলেগৈ। চাৰে কাগজখন পঢ়ি চালে। ইতিমধ্যে যিজন ছাত্ৰই কথাখিনি কাগজখনত লিখিছিল, তেওঁ ভয়ত

পেপুৰা লাগিল। চাৰে ছাত্ৰজনক সুধিলে— 'এয়া তুমি লিখিছা নহয়? পেৰডি কৰিছা? অ' তুমি পাৰিবা। অহাকালি এটা পেৰডি লিখি আনি মোৰ হাতত দিবা।' বেতৰ কোব নোখাৱাকৈয়ো ছাত্ৰজনৰ এটা ডাঙৰ শিক্ষা হ'ল। এইগৰাকীয়েই আমাৰ সকলোৰে শ্ৰদ্ধাৰ 'ডেকাচাৰ' যিজনৰ ধাৰণাত 'ছাত্ৰই পুত্ৰই সমান।' সন্তানৰ দৰে ছাত্ৰকো মাৰ-কিলেৰে নহয়, মৰমৰ অনুশাসনেৰেহে গঢ় দিব পাৰি।

এগৰাকী আদৰ্শ শিক্ষকৰ ভালেমান গুণ চাৰৰ আছে। চাৰে কেতিয়াও চাধা-চুৰট মুখত নিদিয়ে, সুৰাজাতীয় নিচাৰটো কথাই নাই। আজিৰ যুগত য'ত শিক্ষকেও চৰকাৰী অনুগ্ৰহত সুৰা-বিপণীৰ লাইচেন্স পোৱাৰ অভিযোগ উঠিছে, এইক্ষেত্ৰত আজিৰ সমাজৰ বাবে চাৰ এক আদৰ্শ হৈ আছে। অসমৰ এখন ঐতিহ্যমণ্ডিত মহাবিদ্যালয়ৰ জ্যেষ্ঠ অধ্যাপক এগৰাকীয়ে সুৰামত্ত হৈ আহি মহাবিদ্যালয়ত হুলস্থূলীয়া পৰিবেশ সৃষ্টি কৰা আমি নিজে প্ৰত্যক্ষ কৰিছো। পণ্ডিত স্বৰ্গীয় ৰজনীকান্ত দেৱশৰ্মাই এখন সভাত কৈছিল যে আজিৰ ছাত্ৰ উশৃংখলতাৰ বাবে শিক্ষকসকলো বহু পৰিমাণে দায়ী। শিক্ষকৰ মাজতো কিছুসংখ্যক intruder সোমাইছে। কথাষাৰ বহু পৰিমাণে সঁচা। নিকা চৰিত্ৰ আৰু উজ্জ্বল ব্যক্তিত্বৰে শিক্ষকসকলে উচ্চ নৈতিক আদৰ্শ ছাত্ৰৰ আগত দাঙি ধৰিব নোৱাৰিলে কৃতী শিক্ষক বুলি দাবী কৰাৰ যুক্তি ক'ত? আনন্দৰ কথা যে এনেবোৰ সামাজিক ভ্ৰষ্টাচাৰ আৰু নৈতিক অৱক্ষয়ৰ মাজতো চাৰৰ দৰে শিক্ষক বটবৃক্ষৰ দৰে মূৰ তুলি থিয় হৈ আছে।

চাৰৰ আন এটা গুণ হৈছে গুণগ্ৰাহিতা। সৰু নাইবা সাধাৰণ লোকৰ পৰাও শিকিবলগীয়া বহুত কথা থাকে। এই কথা বুজে বাবেই এজন সৰু ল'ৰা নাইবা সাধাৰণ লোকেও কোৱা কথা তেখেতে আগ্ৰহেৰে শুনে। এইটো তেখেতৰ চাৰিত্ৰিক নম্ৰতা। শাস্ত্ৰটো কৈছে— নমন্তি ফলিনো বৃক্ষাঃ। নমন্তি গুণিনো জনাঃ।। ফল থকা গছ আৰু গুণীলোক সদায়ে নম্ৰ হয়।

এইগৰাকী বিশিষ্ট শিক্ষাবিদ প্ৰবীণ কথা-সাহিত্যিক, আমাৰ সকলোৰে শ্ৰদ্ধাৰ 'হিতেশ ডেকাচাৰ' অসম সাহিত্য সভাৰ সৰ্থেবাৰী অধিৱেশনৰ সভাপতি নিৰ্বাচিত হৈছে। আমাৰ দৰে তেখেতৰ গুণমুগ্ধ ছাত্ৰৰ বাবে ই পৰম আনন্দ আৰু গৌৰৱৰ কথা। আজি অসমীয়া জাতিৰ সমুখত

এক চৰম সংকটৰ মুহূৰ্ত উপস্থিত হৈছে। অসমত আজি অসমীয়া নাই। কোনোৱে নিজকে আজি অসমীয়া হিচাপে পৰিচয় দিব নোখোজে। কোঁচ, কছাৰী, বড়ো, আহোম, জনজাতি, অজনজাতি আদি বিভিন্ন জাতি আৰু গোষ্ঠীত বৃহৎ অসমীয়া জাতিটো ভাগ ভাগ হোৱাৰ উপক্ৰম হৈছে। এনে এক জাতীয় সংকট কালত অসমৰ প্ৰধান জাতীয় অনুষ্ঠান অসম সাহিত্য সভাই কি ভূমিকা গ্ৰহণ কৰে, সেয়া সকলোৱে আগ্ৰহেৰে লক্ষ্য কৰিব। আমি আশা কৰিছো নৱনিৰ্বাচিত সভাপতি মাননীয় ডেকাদেৱৰ নেতৃত্বত অসম সাহিত্য সভাই অসমীয়া জাতিক সঠিক গতিপথৰ সংকেত দিব পাৰিব। কাৰণ নতুন সভাপতিগৰাকীৰ আছে 'মাটি' আৰু 'মানুহ'ৰ লগত নিবিড় সম্পৰ্ক।

# হিতেশ ডেকা ছাৰৰ সান্নিধ্যত

শ্ৰীপ্ৰদীপ দাস

"এই বিচিত্ৰ বিশ্বৰ বিচিত্ৰ জীৱকূলৰ মাজত মানুহ নিঃসন্দেহে শীৰ্ষতম স্থানত অধিষ্ঠিত, যাৰ বাবে সমগ্ৰ জীৱ-জগতে মানুহৰ বশ্যতা নতশিৰে স্বীকাৰ কৰে। মানুহে নিজৰ অসাধাৰণ বুদ্ধিমত্তাৰে বিৰাট বপুৰ হস্তিকো বইত পেলাই কামত খটুওৱাইছে, আনুবীক্ষণিক জীৱৰ দ্বাৰা নিজৰ উদ্দেশ্য সাধন কৰিছে। মানুহে সকলো জীৱৰ ওপৰত নিজৰ আধিপত্য বিস্তাৰ কৰাৰ মূলতে অৱশ্যে আছে মানুহৰ প্ৰগতিশীল আৰু জিজ্ঞাসু মানসিকতা। যিজন ব্যক্তিৰ এই গুণৰাজিৰ প্ৰাধান্য অধিক তেৱেঁই সমাজত প্ৰাধান্য বিস্তাৰ কৰে। জীৱনত বহুতো বাধা-বিঘিনি আহিব পাৰে, কিন্তু সেইবোৰক এক প্ৰত্যাহ্বান হিচাপে লৈ নিজৰ কৰ্তব্যত অগ্ৰসৰ হ'ব লাগিব। জীৱনৰ প্ৰকৃত সোৱাদ যদি পাবলৈ বাঞ্ছা কৰা তেন্তে সমাজত একীভূত হোৱা। সমাজত যদি আগস্থান পাবলৈ হাবিয়াস কৰা তেন্তে পৰিস্থিতিৰ সন্মুখীন হ'ব পৰাকৈ জ্ঞানৰ ভাণ্ডাৰ পুষ্ট কৰা, শাৰীৰিক আৰু মানসিক দুয়োটা ক্ষেত্ৰতে যদি সুস্থ সবল হোৱা তেন্তে তুমি সহজে সমাজত প্ৰতিষ্ঠা লভিবলৈ সক্ষম হ'বা। আৰু এইটো নিশ্চয়কৈ জানিবা প্ৰকৃত মাদকতা আৰু শ্ৰদ্ধা-ভক্তি শুদ্ধ পথেৰে আগত যোৱা জনেহে পায়।" এই কথাখিনি কৈছিল জালুকবাৰী হাইস্কুলৰ (এতিয়া উচ্চতৰ মাধ্যমিক) সহ প্ৰধান শিক্ষক শ্ৰীযুত হিতেশ ডেকা ছাৰে। আমি তেতিয়া নৱম শ্ৰেণীৰ ছাত্ৰ। ছাৰে অসমীয়া পঢ়ায়। আমাৰ ওচৰা-ওচৰি ল'ৰা-ছোৱালীৰে ভৰা চেক্সনটোত ছাৰ সোমালে সকলো ছাত্ৰ-ছাত্ৰীৰ মন-প্ৰাণ এক অজান পুলকত পুলকিত হৈ উঠে। অংকৰ ক্লাছৰ আমনি লগা মুহূৰ্ত, বিজ্ঞানৰ ক্লাছৰ নিৰস বৰ্ণনা তথা সংস্কৃত ব্যাকৰণ মুখস্থ দিব নোৱাৰি গালি খাই আমন-জিমনকৈ থকাৰ পিছতে হিতেশ ডেকা ছাৰৰ ক্লাছকম প্ৰবেশে আমাৰ মন-প্ৰাণত আশাৰ সঞ্জিৱনী ছটিয়াই দিয়ে। নতুন কিবা ভৰা, ৰোমাঞ্চকৰ তথ্য-পাতিৰ সন্ধান তথা স্কুলৰ পাঠ্য-পুথিৰ অন্তৰ্ভুক্ত গতানুগতিক ক্ৰমৰ বাহিৰতো যে অনেক জ্ঞানৰ আকাৰ আছে সেই কথাই আমাক জিজ্ঞাসু কৰি তোলে।

ক্লাছত সোমাই ছাৰে দুই-এটা হাস্যৰসপূর্ণ লঘু ধৰণৰ কথা কৈ সকলো ছাত্র-ছাত্রীৰ মনোযোগ আকর্ষণ কৰে, যিটো গুণ এজন প্রকৃত শিক্ষকৰ নিতান্তই আৱশ্যকীয়।

ছাৰে আমাক যদিও অসমীয়া পঢ়াইছিল প্রাসংগিকতাৰে ভূগোল, বিজ্ঞান, সমাজবিদ্যা, ৰাজনীতি, অর্থনীতি আদিৰো জ্ঞান প্রদান কৰিছিল। শ্রীমন্ত শংকৰদেৱৰ নাটকৰ আলোচনা কৰোঁতে কেতিয়া গৈ গ্রীচ দেশৰ বুৰঞ্জীত ভূমুকি মাৰো গমকে নাপাও। গভীৰ জ্ঞান পুষ্ট ছাৰৰ বাগ্মীতা শক্তিৰ ওচৰত ছাত্র-ছাত্রী অৱলীলাক্রমে নত হৈ পৰে। চকীদাৰ বাহাদুৰে ক্লাছৰ শেষত বেল কোবালে খং উঠে।

ক্লাছত ছাৰে তত্ত্বগধুৰ আলোচনাৰে ছাত্র-ছাত্রীক আমনি নিদি মাজে মাজে ৰসাল বাহিৰা কথাৰে সততে আপ্লুত কৰি ৰাখিছিল। অসম সাহিত্য সভাৰ অধিৱেশন, বিভিন্ন মেল-মিটিং আদিৰ সম্যক আভাষ আমাক সততে দিবলৈ যত্ন কৰিছিল। আমি যিবোৰ ব্যক্তিৰ লিখনি পাঠ্যপুথিত পঢ়ো সেইসকল ব্যক্তিৰ স'তে থকা ছাৰৰ নিবিড় সান্নিধ্যৰ কথা যেতিয়া ছাৰে আমাৰ আগত দাঙি ধৰে তেতিয়া আমি তন্ময় হৈ শুনি ৰওঁ। ঘাট-প্রতিঘাটেৰে ভৰা জীৱনৰ মাজেৰে নিজৰ একাগ্রতা তথা মেধাৰে বিজয়ৰ অশ্ব দৌৰাবলৈ সক্ষম হোৱা ৰাষ্ট্রকাণ্ডাৰী, বিখ্যাত সাহিত্যিক আদিৰ ব্যক্তিগত তথা সামাজিক জীৱন কাহিনী শুনি আমি অভিভূত হৈ পৰো। নিজৰ স্থিতি সম্পর্কে সচেতনতা জাগে।

জালুকবাৰী হাইস্কুলত নাম ভর্তি কৰি প্রায় এহেজাৰ ছাত্র-ছাত্রীৰ মাজত একীভূত হৈ ছাত্র-ছাত্রীৰ মহান কর্তব্য সাধনত ব্রতী হওঁতে যিকেইজন শিক্ষাগুৰুৱে মোৰ মতে গভীৰ ৰেখাপাত কৰিছিল সেই সকলৰ ভিতৰত শ্রীহিতেশ ডেকা ছাৰ অন্যতম। শুধ বগা ধুতি পঞ্জাবী আৰু ক'লা শু জোতা পৰিহিত বিৰাট বপুৰ ডেকাছাৰ যেতিয়া স্কুলৰ বাৰান্দাৰে গহীন-গম্ভীৰভাৱে অগ্রসৰ হয় তেতিয়া আমি নতশিৰে তেখেতৰ চাল-চলন অনুধাৱন কৰো। তলৰ শ্রেণীৰ কথাই নাই, ওপৰ শ্রেণীৰ ল'ৰা-ছোৱালীয়েও ছাৰ আন কমৰ পৰা ওলালে বাৰান্দাত চলা-ফুৰা নকৰিছিল। হাইস্কুলৰ তলৰ শ্রেণীত পঢ়ি থাকোঁতে তেখেতৰ সাহিত্যিক কৃতকর্মৰ স'তে আমাৰ পৰিচয় প্রায় সীমিত আছিল। মাথোঁ কামৰূপ সাহিত্য পৰিষদৰ সভাপতি নির্বাচিত হওঁতে আমি গম পাইছিলো যে তেখেত এজন নামজ্বলা লিখক।

স্কুলত পতা সম্বৰ্দ্ধনা অনুষ্ঠানত ছাত্ৰ-ছাত্ৰীসকলক উদ্দেশ্যি তেখেতে যিবোৰ কথা কৈছিল, সেইবোৰৰ আংশিক অদ্যপী মোৰ কাণত ৰিণি ৰিণি ভাঁহি উঠে। ছাৰে কৈছিল যে মানৱ জীৱনৰ বয়সৰ স্তৰ কেইটাৰ অন্যতম হ'ল ডেকা কাল। এই কালছোৱাতেই জীৱনৰ প্ৰকৃত সাৰ্থকতা নিৰূপিত হয়। কাৰণ সৃষ্টিশীল মানসিকতা আৰু প্ৰবল কৰ্মস্ফূৰণৰ উত্তৰণো এই কালছোৱাৰেই উত্তৰণ। গতিকে প্ৰতিজন ডেকা-ডেকেৰিয়ে জীৱনৰ এই গুৰুত্বপূৰ্ণ কালছোৱাত উল্লেখযোগ্য সৃষ্টি কাৰ্যৰ বাবে আত্মনিয়োগ কৰিব লাগে। পৃথিৱীৰ বিখ্যাৎ কাৰ্যবোৰ, সেয়া সাহিত্য-সংস্কৃতিয়েই হওক বা বৈজ্ঞানিক. উদ্ভাৱনাই হওক প্ৰায়খিনি কৰোতাজনৰ অন্ততঃ বিশ বছৰৰ পৰা চল্লিশ বছৰ বয়সৰ মাজতেই সম্পন্ন হোৱা। কথাখিনি মই ভাবো, সঁচাই প্ৰণিধানযোগ্য।

হাইস্কুলীয়া ছাত্ৰ-ছাত্ৰী হিচাপে তেতিয়া আমাক ঘৰৰ অগ্ৰজসকল তথা শিক্ষাগুৰুসকলে উপন্যাস পঢ়াৰ পৰা বাৰণ কৰি ৰাখিছিল। দুই-এখন সৰু-সুৰা উপন্যাস সুবিধা বুজি পঢ়িছিলো যদিও হিতেশ ডেকা ছাৰৰ উপন্যাসৰাজি পঢ়িব পোৱা নাছিলো। স্কুলৰ লাইব্ৰেৰীত পঢ়াৰ আশা নকৰি আমি কেইজনমানে শুক্ৰবাৰৰ এঘণ্টা পানী খোৱা ছুটীত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পুথিভঁৰাললৈ গৈ অইন কিতাপৰ লগতে ছাৰৰ উপন্যাসবোৰ গ্ৰোগ্ৰাসে পঢ়ি অটাইছিলো। নিজে উমলি-জামলি থকা আমাৰ চৌপাশৰ গ্ৰাম্য সমাজখনৰ ছবি সহজ-সৰল ভাষাত ইমান জীৱন্তৰূপে ছাৰৰ উপন্যাসত উদ্ভাষিত যে আমি অভিভূত হৈ পৰিছিলো। আমাৰ কিশোৰ মনে নিজকে চৰিত্ৰৰ স'তে একীভূত কৰি পেলাইছিল। আমাৰ মনত সাহিত্য জগতখনৰ প্ৰতি অহৈতুক প্ৰীতিৰ বীজ অজানিতে অংকুৰিত হ'বলৈ ধৰিছিল। লুকাই চুৰকৈ দুই-এটা গল্প কবিতা আদি লিখা আৰম্ভ কৰিছিলো যদিও সেইবোৰ প্ৰকাশৰ মুখ দেখা নাছিল কাৰণ সেইবোৰ কাকো দেখুওৱা নাছিলো। শিক্ষক শ্ৰীযোগেশ ৰাজবংশীৰ আহ্বানক্ৰমে এদিন জালুকবাৰী হাইস্কুলত জালুকবাৰী সাহিত্য সভাই পতা আলোচনা চক্ৰ এখনত এটি কবিতাৰে পোনপ্ৰথমবাৰৰ বাবে সাহিত্য কৰ্মৰ চানেকি উদ্ভাষিত কৰাৰ প্ৰয়াস কৰো। আলোচনা চক্ৰখনিত মুখ্য ভূমিকা গ্ৰহণ কৰা হিতেশ ডেকা ছাৰে আমি নতুন প্ৰত্যাশী কেইজনৰ ৰচনাসমূহৰ সুন্দৰভাৱে ভুল চুক শুধৰাই বিস্তৃত ব্যাখ্যা দাঙি ধৰি আগলৈ লিখাৰ প্ৰেৰণা প্ৰদান কৰিছিল। তেখেতে কৈছিল (এতিয়াও

প্ৰায়ে কয়) যে এটি লিখনি সুন্দৰ বা সহজভাষাত ভাল হ'ৰলৈ হ'লে অন্তত তিনিবাৰ চকু ফুৰাই নকৈ লিখিব লাগে। ১৯৬৬ চনত ডেকা ছাৰৰ আশাসুধীয়া প্ৰচেষ্টাত জন্ম লাভ কৰা জালুকবাৰী সাহিত্য সভাৰ প্ৰতি ছাৰৰ কিমান টান সেই কথা মই জালুকবাৰী সাহিত্য সভাৰ সম্পাদকৰ দায়িত্ব লওঁতে গম পাইছো। এজন ছাত্ৰ হিচাপে এই দায়িত্ব লওঁতে মই যথেষ্ট ইতঃস্তত হৈছিলো। কিন্তু প্ৰতি ক্ষেত্ৰতে ছাৰে শাৰীৰিক আৰু মানসিক সহায় কৰি মোক সকাহ দিছিল। কাৰ্যসূচী ৰূপায়নৰ বেলা আৰ্থিক সহায়ৰ বাবে ডেকা ছাৰে নিসংকোচে মানুহৰ ঘৰলৈ বা অনুষ্ঠান-প্ৰতিষ্ঠান আদিলৈ গৈছিল। আৰু জালুকবাৰী সাহিত্য সভাৰ ভাবমূৰ্তি তথা কাৰ্যসূচী ৰূপায়নত যাতে আদৰ্শনীয় হয় তাৰ প্ৰতি বিশেষ যত্ন লৈছিল। সভাৰ কাৰ্যালয় গৃহ এটিৰ অভাৱৰ কথা ছাৰে বৰ আক্ষেপেৰে কৈ থাকে। এই ক্ষেত্ৰত আৱশ্যকীয় মাটি আদিৰ বাবে চৰকাৰৰ সৈতে যোগাযোগ কৰাৰ প্ৰতিশ্ৰুতিও দিছে। তেখেতৰ আশাসুধীয়া উৎসাহত সাতমাইল বজাৰত সভাৰ এটি অস্থায়ী কাৰ্যালয়ো স্থাপন কৰা হৈছিল।

ছাত্ৰ-ছাত্ৰীৰ ভৱিষ্যৎ জীৱন গঢ়ি তোলাত শিক্ষক এজনৰ যিবোৰ কৰ্তব্য থাকিব লাগে সেই কৰ্তব্য পালনত ছাৰে উল্লেখযোগ্য ভূমিকা পালন কৰি আহিছে। তেখেতে ছাত্ৰ-ছাত্ৰীৰ ভুল-চুক আদি খোলাখুলিভাৱে শুধৰাই দিয়ে। সামাজিক অনুষ্ঠান আদিত আমাক আগত খোজ দিবলৈ মৰমৰ ধমকি দি ছাৰে সদায় সোঁৱৰায় যে এইবোৰ অনুষ্ঠান আজি আমাৰ হাতত আছে যদিও কাইলৈ তোমালোকে গুৰি ব'ঠা ধৰিব লাগিব। এতিয়া অগ্ৰজখিনি থাকোঁতে তোমালোকে শিকি-বুজি লোৱা। সাহিত্য সভাৰ অধিৱেশনৰ বিভিন্ন কাৰ্যক্ৰমণিকাত আমাৰ আগত দাণ্ডি ধৰি কাৰ্যসূচীত অংশগ্ৰহণ কৰাত সাহস প্ৰদান কৰে। নিৰ্ভয়-নিসংকোচে নিজৰ বক্তব্য সকলোতকৈ আগতে দাণ্ডি ধৰাৰ আৱশ্যকতাৰ কথা দোহাৰে।

হিতেশ ডেকা ছাৰৰ এটা কথা জালুকবাৰী অঞ্চলৰ বিশেষকৈ গাড়ীগাঁৱৰ কৃষক মানুহে শ্ৰদ্ধাৰে আলোচনা কৰে। সেইটো হ'ল— ছাৰৰ কৃষি-কৰ্মৰ প্ৰতি থকা স্পৃহা। এজন সাধাৰণ খেতিয়কৰ দৰে স্বাচ্ছন্দে বোকা-পানীৰ স'তে একাকাৰ হৈ ছাৰে আত্ম নিয়োগ কৰে। সাতমাইলৰ ওচৰত আমাৰ মাটি এডৰাৰ কাষতে ছাৰবো মাটি আছে। সেই মাটিডৰাত নিজে ধান কই বেৰ-কুৰ দি আপদাল কৰা কাৰ্য দেখি আমি তবধ মানিছিলো।

এজন সন্মানীত চৰকাৰী চাকৰিয়াল তথা লব্ধপ্ৰতিষ্ঠ সাহিত্যিকৰূপে আত্মগৌৰৱত ওকন্দি নাথাকি কৃষি কৰ্মৰ জৰিয়তে সেউজ বিপ্লৱৰ শ্লোগান বাস্তৱত ৰূপায়ন কৰি আমাৰ দৰে উঠি অহা চামক শ্ৰমৰ মৰ্যাদাৰ শিক্ষা প্ৰদান কৰিছে। তেখেতৰ বাৰীখনত নোপোৱা বস্তু কম। পাণ-তামোলকে ধৰি বিভিন্ন লাগতিয়াল গছ-গছনিৰ কথা বাদ দিলেও বিভিন্ন আয়ুৰ্বেদিক ঔষধো তেখেতে ৰোপণ কৰিছে। ছাত্ৰ-ছাত্ৰীক পঢ়াওতে তথা এনেয়েও কথা-বতৰা পাতিলে বিভিন্ন উদ্ভিদৰ মূল্যৱান ঔষধি গুণৰ কথা ছাৰে প্ৰায়ে কয়। স্বাস্থ্য ৰক্ষাত ব্ৰাহ্মিশাকৰ লেখীয়া ভেষজৰ গুৰুত্ব কিমান সেই কথা আমি ছাৰৰ পৰা গম পাওঁ। ছাৰৰ বাৰীৰ পুখুৰীয়ে বোধহয় এতিয়াও মাছ আৰু হেলেচী, কলমৌ আদি সমানে যোগান ধৰি আছে।

হিতেশ ডেকা ছাৰ, যিজন মানুহ সভাই-সমিতিয়ে আসন গ্ৰহণ কৰোঁতে, ক্লাছত ল'ৰা শাসন কৰোঁতে বা সামাজিক অনুষ্ঠান আদি পৰিচালনা কৰোঁতে ভয় লগাকৈ কঢ়া, বাস্তৱত মানুহজনৰ অন্তৰ কিন্তু অতি কোমল। ক'লা-মলা বিৰাট এই মানুহজনৰ চেহেৰা আৰু অন্তৰৰ আকাশ-পাতাল পাৰ্থক্য। মানুহজন কিমান ৰসাল তেখেতৰ বক্তৃতা শুনা প্ৰতিজন ব্যক্তিয়ে গম পায়। ছাত্ৰ জীৱনত অইন ছাত্ৰ-ছাত্ৰীৰ দৰে ছাৰক ময়ো বৰ ভয় কৰিছিলো। আমাৰ ঘৰলৈ আহিছিল যদিও মই পাৰ্যমানে আঁৰে আঁৰে ফুৰিছিলো। আনকি মোৰ 'জালুকবাৰীৰ নিবিড় লগন' নামৰ উপন্যাসখনৰ প্ৰকাশৰ সময়ত মই সেইখন দেখুওৱা নাছিলো কাৰণ মোৰ ভয় হৈছিল ছাৰে যদি একো হোৱা নাই বুলি কয়। ১৯৮৮ চনৰ জুলাই মাহত জালুকবাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ত এখন সভাত ছাৰে মোৰ ভয়ৰ পৰ্দাখন আঁতৰাই পেলায়। মঞ্চত উপবিষ্ট সাহিত্য সভাৰ বিশিষ্ট কাণ্ডাৰীসকল যেনে— লক্ষ্যধৰ চৌধুৰী, কীৰ্তি নাথ হাজৰিকা আদিৰ স'তে আসন গ্ৰহণ কৰিবলৈ মই সংকোচ বোধ কৰিছিলো। শাখা সভাৰ সম্পাদকৰূপে কিছু দায়বদ্ধতাৰ হেতু তাত মোক ছাৰে বহিবলৈ দি কৈছিল, তুমি এতিয়া মোৰ ছাত্ৰ নহয়, সহকৰ্মীহে। ওপৰলৈ যদি উধাব খোজা তেন্তে নিজে সুযোগ গ্ৰহণ কৰিবা। কোনোবাই সহায় কৰিব বুলি বৈ নাথাকিবা। এইখন এখন সৰু মঞ্চ। ইয়াত তুমি বহিবলৈ আখৰাকে কৰাছোন। ছাৰলৈ মই কৃতজ্ঞতাৰে চাৱনি নিক্ষেপ কৰিছিলো। পিছত মই গম পাইছো মোৰ দৰে বহুত যুৱকক ছাৰে নবীন বুলি অৱহেলাৰ দৃষ্টিৰে পিছুৱাই নথৈ নদিপিতিৰে

নপৃথিৱী চাৰলৈ সহায় কৰে, যিটো কাৰ্য প্ৰায়বোৰ প্ৰবীণ সাহিত্যিকৰ ক্ষেত্ৰত বাৰুকৈয়ে অভাৱ। অসামৰিক প্ৰতিৰক্ষা বিভাগৰ এজন অন্যতম গুৰি ধৰোতা হিচাপে তেখেতে এই অঞ্চলৰ ভালেকেইজন যুৱকৰ আত্ম সংস্থানৰ পথ মুকলি কৰি দিছে। ভালেমান যুৱকক ৰাজ্য আৰু ৰাজ্যৰ বাহিৰত প্ৰশিক্ষণ লোৱাত সহায় কৰিছে। গাড়ীগাঁও অঞ্চলৰ মহিলাৰ সৰ্বাংগীন উন্নতিৰ হকে প্ৰতিষ্ঠা কৰা গাড়ীগাঁও মহিলা বোৱা-কটা সমবায় সমিতিখনৰ অন্যতম হোতা হ'ল ডেকা ছাৰ।

জালুকবাৰী অঞ্চলৰ ৰাস্তা-ঘাট উন্নতকৰণ, বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠান গঠন তথা আপডাল কৰাত হিতেশ ডেকা ছাৰ সততে আগৰণুৱা। গাড়ীগাঁও উদয় সমূহীয়া কেন্দ্ৰৰ প্ৰায়বোৰ কাৰ্যসূচীতে ছাৰৰ সহযোগ সদায় শলাগিবলগীয়া। এই অনুষ্ঠানটোৰ প্ৰতি ছাৰৰ কিবা এক প্ৰবল টান আছে যেন পাওঁ। ছাৰৰ 'সীমাৰ কাজিয়া' নামৰ উপন্যাসখনত 'তৰুণ সংঘ'ৰ (এতিয়াৰ উদয় সমূহীয়া কেন্দ্ৰ) কথা উল্লেখ আছে।

সুদীৰ্ঘ কাল জুৰি অসমীয়া ভাষা-সাহিত্যৰ বৰপথাৰখন সেউজকৰণত একান্ত মননশীলতাৰে ব্যস্ত থকা আমাৰ শ্ৰদ্ধাৰ আৰু মৰমৰ হিতেশ ডেকা ছাৰ অসমৰ সৰ্বোত্তম জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ সভাপতিৰ আসনত অধিষ্ঠিত হোৱাত আমি বেছ্ গৌৰৱান্বিত। আশা কৰিছো পূৰ্বসুৰীসকলে কৰিব নোৱাৰা বা ন-সৃষ্টিৰ ন ন কাৰ্য আমাৰ ছাৰে হেলাৰঙে সমাপণ কৰিব। বৃত্তিত হাইস্কুলৰ শিক্ষক হৈয়ো বিশ্ববিদ্যালয়ৰ অধ্যাপক পণ্ডিততকৈয়ো অধিক জ্ঞানৰ অধিকাৰী হ'বলৈ সক্ষম হোৱা ডেকা ছাৰে নতুন চামৰ বাবে সদায় পাথেয় হওক। দেহ-মন সকলোতে তাৰুণ্যতাৰে পুষ্ট হৈ থকা ছাৰক যেন সদায় আমাৰ মাজত পাই থাকো— তাকেই কামনা কৰিছো।

# ‘সাহিত্য হ’ল সাধনাৰ বস্তু’

## কথা সাহিত্যিক হিতেশ ডেকাৰ আলাপ

(‘ৰংঘৰ’ৰ সৌজন্যত)

তিনি ডিচেম্বৰৰ সন্ধিয়া। সূৰ্যটোৱে যেন দিনটোৰ বাবে শক্তি বিলাই জিৰণি লোৱাৰ উদ্দেশ্যে নিজ ঘৰলৈ উভতিল। লগে লগে পৃথিৱীলৈ নামি আহিল চন্দ্ৰৰ সামান্য পোহৰ। ‘ৰংঘৰ’ৰ হৈ ওলালোগৈ নৱনিৰ্বাচিত ‘অসম সাহিত্য সভা’ৰ সভাপতি ঔপন্যাসিক হিতেশ ডেকাৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ সমীপৰ গাড়ীগাঁৱৰ নিজ বাসগৃহত। দুৱাৰত টোকৰ মৰাত গাভৰু এজনীয়ে দুৱাৰখন খুলি বহিব দিলে। আমাৰ উদ্দেশ্য ব্যাখ্যা কৰাৰ অলপ সময় পিছতে ঔপন্যাসিক হিতেশ ডেকা আমাৰ সন্মুখত আহি উপস্থিত হ’লহি। তেখেতক কিছু ভাগৰুৱা ভাগৰুৱা লাগিছিল। তথাপি মুখৰ মুক্ত হাঁহিটোৱে যেন তাক পলকতে পাহৰায় পেলায়। তেৱেঁই নিজেই কৈ উঠিল, “আজিকালি বেছি কষ্ট কৰিব নোৱাৰা হৈছো। দিনৰ দিনটো অভিনন্দন যচা মানুহৰ স’তেই ব্যস্ত থাকিব লগা হয়। জিৰণিৰ বাবেও সময়ে নাপাও। মেল-মিটিংবোৰতো আছেই। তথাপি তোমালোক আহিছা যেতিয়া ফিৰাই নপঠাওঁ। অন্য এদিন আহিবা, কথা হ’ম বাৰু।”

কথা মতেই অন্য এদিনাখন দিনে-পোহৰেই ওলালোগৈ। তেখেতৰ সৈতে হোৱা কিছু আলাপকে ‘ৰংঘৰ’ৰ পাঠকলৈ আগবঢ়ালো।

*? সাহিত্য সভাৰ সভাপতি নিৰ্বাচিত হোৱা বাবে ‘ৰংঘৰ’ৰ পাঠক-পাঠিকাৰ হৈ যচা অভিনন্দন গ্ৰহণ কৰিব।*

**হিতেশ ডেকাঃ** নিশ্চয়। ধন্যবাদ সকলোটিলৈ।

*? সাহিত্য সভাৰ সভাপতি নিৰ্বাচিত হৈ কেনে লাগিছে বাৰু?*

**হিতেশ ডেকাঃ** সাহিত্য সভাৰ সভাপতি হৈ মোৰ আনন্দ লগা নাই; ভয়হে হৈছে। ইমান ডাঙৰ বোজা এটা দিছে ৰাইজে, কিমান আশা কৰি দিছে! কিন্তু মইতো একো কৰিব নোৱাৰিম। মই হতাশ হৈ পৰিছো। দূৰ্ঘোৰ চিন্তাত পৰিছো। কম দায়িত্বতো নহয়! যেতিয়া তুমি দায়িত্ব নাপাবা

তেতিয়া দায়িত্বৰ বাবে হেতা ওপৰাও কৰিবা ; কিন্তু দায়িত্ব পোৱাৰ পিছতহে গম পাবা— সেই দায়িত্ব কিমান গধূৰ বোজা। Head হ'লে headache থাকেই। শান্তি নাই। যিটো মূৰত মুকুট থাকে সেই মূৰটোতে অশান্তি থাকে। সেই মুকুটটো নাথাকিলে অশান্তিও নাই। ৰজাৰহে অশান্তি বেছি। দায়িত্ব যাৰ বেছি তাৰেই অশান্তি বেছি।

*? সভাপতি নিৰ্বাচিত হোৱাৰ পিছত ৰাইজৰ সঁহাৰি ?*

**হিতেশ ডেকাঃ** ৰাইজে ভালদৰে সঁহাৰি জনাইছে। এতিয়া সকলোৱে মোক অভিনন্দন যাচিবৰ বাবে মাতিছে। এইবিলাক মই বৰ লাজ পাওঁ। মোক অভিনন্দন যাচিব নালাগে। মোক কাম কৰিবৰ বাবে এটা দায়িত্বহে দিছে। সেই দায়িত্বটো পালন কৰিবৰ বাবে উৎসাহহে যোগাব লাগে। তাৰ পিছত মোক সকলোৱে সহায় কৰক ; যাতে সুকলমে কামবোৰ চলাই নিব পাৰো। মই সকলোৰে সহায়হে বিছাৰো। কাৰণ এইটো এটা বৰ বৃহৎ কাম।

*? আপোনাৰ জন্ম তথা পৰিয়ালৰ বিষয়ে কিছু জনাব নে ?*

**হিতেশ ডেকাঃ** মোৰ জন্ম কাঁহ-বাচনৰ বাবে অসম বিখ্যাত সৰ্থেবাৰী গাঁৱত (বৰ্তমান টাউন), ১৯২৪ চনৰ ১৮ ফেব্ৰুৱাৰীত। পিতা ৺ৰবিৰাম ডেকা আৰু আই ৺সুন্দৰীপ্ৰিয়া ডেকা। আমি পাঁচগৰাকী ভাই-ভনী আছিলো। মোৰ বাইদেউ এজনী, বৰ্তমান তেওঁ জীৱিত। বাকী আমি চাৰিজন ভাই-ককাইৰ ভিতৰত মই নুমলীয়া আছিলো। মোৰ বাদে বাকী তিনিজন ককাই বৰ্তমান নাই। সৰুকালতে পিতা ঢুকুৱাত আমাৰ পৰিয়ালটিৰ অৱস্থা পানীত হাঁহ নচৰা হৈছিল। বহু কষ্ট কৰি পঢ়া-শুনা কৰিব লগা হৈছিল। এয়া আমাৰ পৰিয়াল।

*? আপোনাৰ শিক্ষা তথা কৰ্ম জীৱন ?*

**হিতেশ ডেকাঃ** মোৰ শিক্ষা জীৱন সৰ্থেবাৰী এম ভি স্কুলতে আৰম্ভ হয় আৰু ১৯৪০ চনত এম ভি পাছ্ কৰাৰ পিছত সৰ্থেবাৰী হাইস্কুলৰ পৰা ১৯৪৮ চনত মেট্ৰিক পাছ্ কৰো। তাৰ পিছত ১৯৫২ চনত নলবাৰী কলেজৰ পৰা বি এ পাছ্ কৰি শিক্ষক হিচাপে কৰ্ম জীৱন আৰম্ভ কৰো। ১৯৫৪ চনত কনিহা হাইস্কুলত। তাৰ পিছত গুৱাহাটী বিশ্ববিদ্যালয়ত এম এ আৰু ল পঢ়িছিলো, কিন্তু ৰাজৰোষত পৰি (১৯৬০ চনৰ ৰাজ্য ভাষা আন্দোলনত মোৰ 'মাটি কাৰ' কিতাপখনৰ বাবে চৰকাৰৰ দৃষ্টি বেঁকা হোৱাত) পঢ়া-শুনাত আগবাঢ়িব নোৱাৰিলো। ১৯৫৪ চনত শিক্ষক জীৱনৰ

পাতনি মেলি ১৯৮৫ চনত জালুকবাৰী হাইস্কুলৰ প্ৰধান শিক্ষক হিচাপে অৱসৰ গ্ৰহণ কৰো।

*? বহুতৰ মতে, কিবা এটা বস্তুৰ প্ৰতি আকৰ্ষিত হ'বলৈ সেই বস্তুটো পোৱা পৰিবেশ এটাৰ নিতান্তই প্ৰয়োজন। আপুনি সাহিত্যৰ প্ৰতি আকৰ্ষিত হোৱাৰ বাবে সাহিত্যৰ পৰিবেশ এটা পাইছিল নে?*

**হিতেশ ডেকাঃ** মোৰ সাহিত্যিক জীৱনৰ অংকুৰ আৰম্ভ হোৱা কালত আমাৰ অঞ্চলত সাহিত্য ৰচনাৰ পৰিবেশ নাছিল। আমি ছাত্ৰকেইজনমানে 'ৰেণু' আৰু 'নৱজাগৰণ' নামৰ হাতে লিখা আলোচনী দুখন উলিয়াই সাহিত্যৰ পৰিবেশ সৃষ্টি কৰিছিলো।

*? আপোনাৰ সাহিত্য জীৱনৰ বিষয়ে কিছু জনাব নেকি?*

**হিতেশ ডেকাঃ** মোৰ সাহিত্য সাধনাৰ বিষয়ে ক'ব লগা নাই। স্বতঃস্ফূৰ্তভাৱে মই কবিতাৰ প্ৰতি আকৰ্ষিত হৈ প্ৰায় ষোল্ল বছৰ বয়সতে কবিতা লিখিছিলো। আৰু ব্যংগ ৰচনা লিখিছিলো। হাইস্কুলত পঢ়ি থাকোঁতেই মই প্ৰথম উপন্যাস 'গাঁৱলীয়া' লিখিছিলো। এইখন কিন্তু প্ৰকাশ নহ'ল। কলেজত পঢ়ি থাকোঁতে প্ৰথমে 'প্ৰায়চিত্ত' নামৰ গল্পৰ কিতাপখন লিখো আৰু সেইখন ১৯৪৯ চনত প্ৰকাশ হয়।

*? আপোনাৰ কিতাপ কেইখন?*

**হিতেশ ডেকাঃ** মোৰ কিতাপকেইখন মানে উপন্যাস, গল্প প্ৰবন্ধৰ কিতাপ কেইখনৰ বিষয়ে কোৱা নাই জানো?

*? হয়। সেইকেইখনৰ তালিকা এখন দিব নেকি? লগতে কিমান চনত কোনখন লিখা হৈছিল?*

**হিতেশ ডেকাঃ** মোৰ প্ৰথম উপন্যাস গাঁৱলীয়াৰ কথা কৈছোৱেই। তাৰ পিছত লিখা 'আজিৰ মানুহ' প্ৰকাশ হয় ১৯৫২ চনত। তাৰ পিছত একাদিক্ৰমে '৫৪ চনত 'নতুন পথ', '৫৬ চনত 'মাটি কাৰ', '৫৬ চনত 'ভাড়াঘৰ', '৬১ চনত 'এয়েতো জীৱন', '৬২ চনত 'সীমাৰ কাজিয়া', '৬৪ চনত 'আচল মানুহ', '৬৫ চনত 'বৈৰী মানুহ', '৬৯ চনত 'জীৱন সংঘাত', '৭২ চনত 'ইতিহাসে সকীয়াই', '৭৫ চনত 'সুখৰ সংসাৰ', '৮০ চনত 'নিৰ্যাতিতা সতী', '৮১ চনত 'কামপত্নী' প্ৰকাশ হয়। বৰ্তমান 'তৃষ্ণাতুৰ' নামৰ মাহেকীয়া আলোচনীখনত 'গাঁৱৰ মানুহ' নামৰ উপন্যাস এখন লিখি আছো। গল্পৰ কিতাপৰ ভিতৰত প্ৰথম 'প্ৰায়চিত্ত'খনেই ছপা

হয়। সেইখনত দুটা গল্প সন্নিবিষ্ট কৰা হৈছিল। তাৰ পিছত '৫৪ চনত 'গৰাখহনীয়া', '৭২ চনত 'এইখন আমাৰ সমাজ', '৮২ চনত 'এথুপি গল্প', '৯২ চনত 'আকৌ গৰাখহনীয়া', '৯২ চনত 'গল্পটো লিখা নহ'ল' প্ৰকাশ হয়। নাটকো কেইবাখনো লিখিছিলো। '৭৪ চনত 'মন্ত্ৰীৰ হুকুম', '৭৮ চনত 'শীৰ্ষ সম্মিলন' আৰু '৭৬ চনত 'বিহুৱান' ৰচনা কৰো। আৰু কেইখনমান লিখিছিলো। নামবোৰ পাহৰিলো। প্ৰবন্ধৰ ভিতৰত '৬২ চনত 'পশ্চিমবংগত মাটি কাৰ', '৮০ চনত 'জাতীয় চৰকাৰ' আৰু '৮২ চনত 'অসমীয়া জাতি টিকিবনে' প্ৰকাশ হৈছিল।

*? জানিব পাৰিছো, আপোনাৰ 'আজিৰ মানুহ' কিতাপখন হেনো আপোনাৰ পোছাক-পৰিচ্ছদক অৱহেলা কৰিযেই এজন প্ৰতিষ্ঠিত প্ৰকাশকে ঘূৰাই পঠায়। এতিয়া কথা হ'ল— সেই সময়ত আপুনি প্ৰকাশক আৰু প্ৰকাশকজন যদি ধুতি-পঞ্জাবী পিন্ধা 'আজিৰ মানুহ'ৰ লেখক হ'লহেঁতেন! আপোনাৰ ব্যৱহাৰ কেনে হ'লহেঁতেন?*

**হিতেশ ডেকাঃ** তেতিয়া মই কিতাপখন ৰাখি বিজ্ঞ মানুহৰ দ্বাৰা পৰীক্ষা কৰিহে লোকজনক ফিৰাই দিলোহেঁতেন। পোছাক-পৰিচ্ছদেই মানুহৰ সকলো কৰ্মৰ নিৰ্ণায়ক নহয়, বিশেষকৈ শিল্পী-সাহিত্যিকৰ ক্ষেত্ৰত।

*? আপোনাৰ 'মাটি কাৰ' কিতাপখনে হেনো বিতৰ্কৰ সৃষ্টি কৰিছিল। কেনে আছিল বাৰু এই আলোড়ন? অলপ ক'ব নে?*

**হিতেশ ডেকাঃ** মাটি কাৰ কিতাপখন আচলতে বঙালীবিলাকে মাটি দখল কৰাৰ ওপৰত লিখিত। বিদেশীৰ প্ৰথম কথা এই কিতাপখনতেই লিখা হয়। 'মাটি কাৰ' কিতাপখনতে মই প্ৰথম বিদেশীৰ কথা উল্লেখ কৰিছিলো ১৯৫৬ চনত আৰু সেই লৈয়েই ভাষা আন্দোলনটোৱে সাংঘাটিক ৰূপ লয়। কলিকতাৰ এছেম্বলিত দাবী উঠিছিল মোক গ্ৰেপ্তাৰ কৰিব লাগে আৰু মোৰ কিতাপ বাজেয়াপ্ত কৰিব লাগে বুলি। এই প্ৰসংগটো দিল্লীৰ পাৰ্লিয়ামেণ্টতো উত্থাপিত হৈছিল। বঙালী এম পিৰ সৈতে ইয়াক লৈয়ে আমাৰ ধৰণীধৰ বসুমতাৰীৰো হতাহতি হৈছিল। জৱাহৰলাল নেহৰুৱে হতাহতি ভাঙি দিয়ে। পিছত শ্বিলঙত এইখন বাজেয়াপ্ত কৰে। ইতিমধ্যে '৬৭ চনত তৃতীয় সংস্কৰণো হৈ যায়। এমাহতে মুঠ ১৫০০ কপি বিক্ৰী হোৱাত তাত এইখন 'গৰম চিংৰা' বুলি অভিহিত কৰিছিল।

*? এই কিতাপখনৰ কাৰণে হেনো আপুনি আত্মগোপনো কৰিব লগা*

*হৈছিল?*

**হিতেশ ডেকাঃ** হয়। ছেণ্ট্ৰেল ছিকিউৰিটী পুলিচৰ আতিশয্যৰ বাবে আত্মগোপন কৰিব লগাত পৰিছিলো।

*? কোনেও আপোনাক নিৰাপত্তা দিয়া নাছিল?*

**হিতেশ ডেকাঃ** নাই দিয়া। অসমীয়া বহুতকে পালো মই। কোনেও তেতিয়া নামাতেই। ইমান লেখক আছে— ইমান ৰাইজ আছে— কোনেও মোৰ নিৰাপত্তাৰ বাবে এষাৰ নামাতিলে। মাত্ৰ ধুবুৰীৰ পৰা এগৰাকী তিৰোতাই প্ৰতিবাদ কৰিছিল। লণ্ডনৰ পৰাও লিখিছিল। অসমীয়া মানুহে কিন্তু কোনোৱে মোক 'চেফ গাৰ্ড' দিয়া নাই, কাপুৰুষৰ দৰে বঙালীৰ ভয়ত।

*? আপুনি আত্মগোপন নকৰি আন লেখকে যদি আত্মগোপন কৰিলেহেঁতেন আপুনি কি কৰিলেহেঁতেন?*

**হিতেশ ডেকাঃ** মই তেতিয়া লিখিলো হয়— আমি সকলোৱে মিলি তেওঁক সহায় কৰিব লাগে, নিৰাপত্তা দিব লাগে।

*? আপুনি যদি সেই সময়ত আত্মগোপন নকৰি আজি আত্মগোপন কৰিলেহেঁতেন, তেতিয়াহ'লে তছলিমা নাছৰিন বা ছলমান ৰুছদিৰ দৰে পৃথিৱী বিখ্যাত হৈ পৰিলহেঁতেন বুলি ভাবে নেকি?*

**হিতেশ ডেকাঃ** নাভাবো।

*? ইয়াৰ আগতেও আপুনি আত্মগোপন কৰিছিল নেকি?*

**হিতেশ ডেকাঃ** কৰিছিলে। স্বাধীনতা আন্দোলনৰ সময়ত। সেই পলায়ন বেলেগ আছিল। মই তেতিয়া খাটিকা পাহাৰত পলাই আছিলো। তাৰ পিছত ডিমাপুৰত, গোলাঘাটত, ভূটান পাহাৰৰ ওচৰত থাকি পিছত কলিকতা পাইছিলোগৈ।

*? অলপ আকৌ সাহিত্যলৈ আহো? -আজিৰ সাহিত্য সৃষ্টি আৰু আগৰ দিনৰ সাহিত্য সৃষ্টিৰ মাজত পাৰ্থক্য পৰিলক্ষিত হয় নেকি?*

**হিতেশ ডেকাঃ** আজিৰ চাম আৰু আগৰ চাম লেখকৰ লেখাৰ মাজত কোনো প্ৰভেদ নেদেখো।

*? এসময়ত আপোনাৰ কলমৰ পৰাই 'আজিৰ মানুহ' বা 'এয়েতো জীৱন'ৰ নিচিনা মাটিৰ গোন্ধ বা গাঁৱৰ সঁচা জীৱনৰ ইতিহাস সমৃদ্ধ উপন্যাস সৃষ্টি হৈছিল। পিছে সেই একেজন হিতেশ ডেকাৰ কলমতেই 'কামপত্নী' বা 'সুখৰ সংসাৰ'ৰ দৰে নিম্ন মানৰ উপন্যাসো সৃষ্টি হৈছে। সাধাৰণতে*

*লেখক এজনৰ অভিজ্ঞতা আৰু অনুশীলণে পৰৱৰ্তী ৰচনাসমূহৰ বিষয়বস্তু বা আংগিকৰ ফালৰ পৰা অনন্য চৰিত্ৰ দান কৰে। কিন্তু আপোনাৰ ক্ষেত্ৰত বিপৰীত কিয়? আপোনাৰ 'আজিৰ মানুহ'ৰ নিচিনা উপন্যাস পৰৱৰ্তী কালত নোলাল কিয়?*

**হিতেশ ডেকাঃ** একোজন মানুহৰ প্ৰথম ল'ৰাটো প্ৰতিভাৱান হ'ল বুলিয়েই তলৰ বিলাকো সমানে প্ৰতিভাৱান হ'ব নেকি? এজন বৈজ্ঞানিকে বহুতো কিবাকিবি আৱিষ্কাৰ কৰে যদিও এটাহে কামত আহে। ইয়াৰ পাছত ইয়াতকৈ ভালো ওলাব পাৰে। হয়তো মোৰ মতে ভালখন ওলোৱাই নাই।

*? তাহানিৰ 'অৰুণোদই', 'জোনাকী' বা 'বাঁহী' কাকতৰ পৰা বহুকেইগৰাকী সাহিত্যিক বা লেখকৰ জন্ম হৈছিল। কিন্তু আজিৰ অসমত কেইবাখনো বাতৰি কাকত- আলোচনীয়ে গা কৰি উঠা সত্ত্বেও কিয় বাৰু পূৰ্বৰ দৰে সাহিত্যিক-লিখকৰ জন্ম হোৱা নাই?*

**হিতেশ ডেকাঃ** বাতৰি-কাকত বা আলোচনীয়ে লেখক সৃষ্টি কৰিব নোৱাৰে, কেৱল লিখকৰ লেখাবোৰহে প্ৰকাশ কৰিব পাৰে। লেখকৰ মৌলিক প্ৰতিভা থাকিলেহে সৃষ্টি হ'ব পাৰে। সাহিত্য হ'ল সাধনাৰ বস্তু।

*? আজি যুৱচামৰ মাজত অশ্লীল সাহিত্যই যিদৰে শিপাইছে, তেনে ধৰণে থাকিলে আৰু কিছুদিন পিছত আমাৰ অসমৰ সুস্থ সাহিত্যৰ ওপৰত আঘাত হানিব। অশ্লীল সাহিত্য দূৰ কৰাৰ ক্ষেত্ৰত আপোনাৰ দৰে সুস্থ সাহিত্যিকৰ বা 'অসম সাহিত্য সভা'ৰ কৰণীয় কাম কি? সাহিত্যত অশ্লীলতা কিমানদূৰ সম্ভৱ হ'ব পাৰে?*

**হিতেশ ডেকাঃ** অশ্লীল সাহিত্য বৰ্জনীয়। কিন্তু দূৰদৰ্শন আৰু চিনেমাই যিবিলাক অশ্লীল দৃশ্য প্ৰদৰ্শন কৰে, তাৰ দ্বাৰা যুৱচাম বিপথগামী হয়। তাক দূৰ কৰিব লাগিলে সমাজ, সাহিত্য সভা আৰু চৰকাৰে একেলগে চেষ্টা কৰিলেহে নাইকিয়া হ'ব পাৰে। ৰাইজৰ গৰিহণা আৰু চৰকাৰৰ শাস্তিৰ দ্বাৰাহে ই আঁতৰিব। ...অশ্লীলতাৰ মাপকাঠি নাই; পৰিমাণ নাই। অশ্লীল অশ্লীলেই।

*? তছলিমা নাছৰিনৰ সাহিত্যক আপুনি প্ৰকৃত সাহিত্য বুলিবনে গোষ্ঠীগত সংঘৰ্ষৰ উৎস বুলি অভিহিত কৰিব?*

**হিতেশ ডেকাঃ** তছলিমা নাছৰিনৰ কিতাপ মই পঢ়া নাই। গতিকে তাৰ ওপৰত মই কি মন্তব্য দিম!

*? অকণমান বেলেগ প্রশ্নলৈ আহোঁ। আজি আমাৰ যুৱ চামৰ দ্বাৰা সৃষ্টি হোৱা সন্ত্ৰাসৰ কাৰণ কি বুলি ভাবে?*

**হিতেশ ডেকাঃ** এতিয়া ৰাজনীতিৰ মতলব কি? মানে মোৰ গাদীখন থাকক, গতিকে মোৰ দলটো থাকিব লাগিব। দেশখন সিফালে যায় যাওক। তাৰ ফলস্বৰূপে আজি এয়া। ইয়াৰ আৰু শেষ নাই। এই সন্ত্ৰাসবাদৰ শেষ নাই, ই চলি থাকিব। যিয়ে যিমান উচ্ছ্বাসিত নহওক, এবাৰ বুদ্ধি পালে আৰু উলটি নাহে। তোমালোকৰ হাতত যদি এবাৰ বন্দুক পৰে বা টকা ঘটা কিবা উপায় ওলায় তুমি এৰিবা নেকি? বিনা কষ্টে যদি তুমি টকা ঘটাৰ বাট বিচাৰি পোৱা তুমি এৰিবা? তোমালোকৰতো নীতি জ্ঞান নাই, একো নীতিজ্ঞান নাই। এই নীতিজ্ঞান নাথাকোতে যদি ডেকা ল'ৰাবিলাক এই বাটেদি গুছি যায় সি আৰু এবাৰ বেয়া কাম কৰাৰ পিছত উভতি অহা বৰ টান। পাক লাগি যায়। যদি সি নামাৰে তাক মাৰিব। তেনেকুৱাই নহয় জানো?

*? হয়।*

**হিতেশ ডেকাঃ** এইবিলাক বস্তু আৰম্ভ হোৱাৰ আগে আগে বা লগে লগে ইয়াক শেষ কৰিব লাগে। সেইটো নকৰিলে নিজৰ স্বাৰ্থত, কোনো দলেই নকৰিলে। কেৱল দল হৈ তেওঁলোকক লাগে ৰাজত্ব। ফলস্বৰূপে সেই।

*? অৱস্থাও সেই।*

**হিতেশ ডেকাঃ** অ' অৱস্থাও সেই। সকলোতে। অকলে ইয়াত কংগ্ৰেছ পাৰ্টি দোষী নহয় বা অগপ পাৰ্টি দোষী নহয়। কোনো অকলে নহয়। সকলো পাৰ্টি সমানে দোষী। ল'ৰাবিলাক জহন্নামে গৈছে।আমি যিবিলাকক ডাঙৰ মানুহ বুলি ভাবো তেওঁলোকেও-সঁচা কথা নকয়। কিছুমানে ভয়ত নকয়, কিছুমানে স্বাৰ্থত নকয়। ভাল হ'ব কি? দেশ ভাল কৰিবৰ বাবে নিজে কিছু ত্যাগো কৰিব লাগিব। দেশৰ পৰা সুবিধাটো পাম বুলি যদি দেশ সেৱা কৰিব যায় তাৰ নিচিনা বেয়া কাম নাই। আমি নিৰপেক্ষভাৱে চিন্তা কৰিব লাগিব। ধনে নো কি দিব? ধনৰ পিছে পিছে দৌৰি থাকিলে নহ'ব। আদৰ্শ এটা থাকিব লাগিব। আদৰ্শ নাথাকিলে ধনৰ পিছে পিছে দৌৰি থাকিলে তাৰ ক'ত শান্তি থাকেহে?

*? এতিয়া অলপ সাহিত্য সভাৰ প্ৰসংগলৈ আহো নেকি? সাহিত্য সভাৰ*

*সভাপতি নির্বাচনক লৈ সভাপতি বাছনিক্রমত উঠা দুজন সাহিত্যিকে যি বিতৰ্কৰ সৃষ্টি কৰিলে তাত আপুনি কি মন্তব্য দিব? সভাপতি নির্বাচনৰ প্ৰক্ৰিয়াটোত আপুনি সন্তুষ্ট নে?*

**হিতেশ ডেকাঃ** কোনোবাই কিবা বিতৰ্কত নামিলে মোৰ কব লগা একো নাই। সভাপতি নির্বাচন প্ৰক্ৰিয়াৰ বিষয়ে সাহিত্য সভাৰ প্ৰতিনিধিসকলেহে ভাবিব, মই সন্তুষ্ট অসন্তুষ্ট হোৱা কথা কৈ কোনো বিতৰ্কৰ পাতনি নেমেলো।

*? যোৱা কিছু বছৰৰ পৰা সাহিত্য সভাৰ সভাপতি নির্বাচন তথা কাৰ্যকলাপত ৰাজনৈতিক শিপোৱা যেন লাগে। আপুনি বাৰু কি বুলি ভাবে?*

**হিতেশ ডেকাঃ** গণতান্ত্রিক দেশত ৰাজনৈতিক দল থাকিবই আৰু নিজৰ নিজৰ দলৰ মানুহ ৰাজহুৱা স্থানত ল'বলৈ চেষ্টা কৰিবই। কিন্তু নিৰপেক্ষ লোকক ৰাইজে নিয়োগ কৰিব পাৰে। সাহিত্য সভাত কি ঘটিছে তুমি নিজেই ভাবা, মোক শুধি লাভ নাই! মই কোৱাটো অনুচিত।

*? বহুতে কয়— সাহিত্য সভাব সভাপতিব কাৰ্যকাল বঢ়াই দিব লাগে। এবছৰৰ অন্তৰে অন্তৰে সভাৰ অধিৱেশন নাপাতি তিনি বছৰ বা পাঁচ বছৰৰ অন্তৰে অন্তৰে পাতিবলৈ বহুতে দাবী কৰে। আপোনাৰ মতামত?*

**হিতেশ ডেকাঃ** সাহিত্য সভাৰ অধিৱেশনৰ কাল এবছৰৰ ঠাইত দুই বা ততোধিক কৰা উচিত বুলি বহুতে মত প্ৰকাশ কৰে। সংবিধান সংশোধন কৰাৰ সময় পৰিছে। প্ৰতিনিধিসকলে এই বিষয়ে সিদ্ধান্ত ল'ব। এই বিষয়ত মই মতামত দিয়াটো অনুচিত হ'ব।

*? অসম সাহিত্য সভাই আজি ৭৭ বছৰ পূৰ্ণ কৰিলে। ৭৭ বছৰত সাহিত্যৰ উত্তৰোত্তৰ উন্নতিৰ বাবে অসম সাহিত্য সভাই যি ধৰণে সক্ৰিয় ভূমিকা গ্ৰহণ কৰিব লাগিছিল সেই ধৰণে কৰা নাই। বৰঞ্চ বহুক্ষেত্ৰত সাহিত্য বহিৰ্ভূত কাম-কাজতহে সাহিত্য সভা আগ্ৰহান্বিত। ইয়াৰ কাৰণ কি?*

**হিতেশ ডেকাঃ** প্ৰথমৰে পৰা আজিলৈকে সাহিত্য সভাই ধাৰাবাহিকভাৱে কাম কৰি আহিছে। কামবোৰ শেষ কৰিব পৰা নাই, কাৰণ কামৰ বোজা বাঢ়িহে যায়। বিভিন্নজনে বিভিন্ন চিন্তা আগবঢ়ায়, গতিকে কাম বাঢ়ে। সেই কাৰণে কামবো শেষ নহয়।

*? সাহিত্যত ৰাজ পৃষ্ঠপোষকতা অপৰিহাৰ্যনে? আবহমান কালৰ পৰাই ভাৰতবৰ্ষত ৰাজপৃষ্ঠপোষকতাত সাহিত্য চৰ্চাৰ ধাৰাটো চলি আহিছে। সাহিত্য*

*সভায়ো সাহিত্য সম্পৰ্কীয় কাম-কাজতকৈ ৰাজনৈতিক কাৰ্যকলাপত অগ্ৰাধিকাৰ দিয়া যেন লাগে। তদুপৰি বছৰেকীয়া বৰ সবাহৰ ভোজৰ বাবে প্ৰয়োজনীয় লাখ লাখ টকাৰ দান-বৰঙণি দাল-দৰিদ্ৰ ৰাইজৰ পৰা তোলাটো সম্ভৱ নহয় হেতুকে অসম সাহিত্য সভাৰ বাবে ৰাজপৃষ্ঠপোষকতা অপৰিহাৰ্য হৈ পৰিব পাৰে নেকি?*

**হিতেশ ডেকাঃ** ৰাজতন্ত্ৰৰ যুগত ৰাজপৃষ্ঠপোষকতা অপৰিহাৰ্য আছিল। আজি প্ৰজাতন্ত্ৰৰ দিনত ৰাইজৰ পৃষ্ঠপোষকতাহে দৰ্কাৰ। চৰকাৰতকৈ ৰাইজৰ পৃষ্ঠপোষকতাহে আজিৰ দিনত অপৰিহাৰ্য।

*? এই যে প্ৰতি বছৰে বিশাল জনসমুদ্ৰ সাহিত্য সভাৰ নামত গোট খাইহি, আপুনি ভাবে নেকি যে এই সকলোবোৰ সাহিত্যৰ শ্ৰীবৃদ্ধিৰ বাবে গোট খাইহি বুলি?*

**হিতেশ ডেকাঃ** সাহিত্য সভাৰ অধিৱেশনৰ সময়ত জনতাৰে জনসমুদ্ৰত পৰিণত হয়। ইয়ে প্ৰমাণ কৰে সাহিত্য সভাৰ জনপ্ৰিয়তাক। সাহিত্য সভাই সাহিত্য সৃষ্টি নকৰে, সাহিত্য সৃষ্টিৰ প্ৰেৰণাহে যোগায়। এই অধিৱেশনৰ জাকজমকতা ই লেখকক প্ৰেৰণাহে যোগায় আৰু ৰাইজক উৎসাহ যোগায়।

*? অসম সাহিত্য সভাৰ সমান্তৰালকৈ কিছু ভাষা বা গোষ্ঠীৰ সাহিত্য সভা অসমত গঢ় লৈ উঠিছে। ইয়েই প্ৰমাণ কৰে যে সাহিত্য সভাৰ ক্ষেত্ৰখন সংকুচিত হৈ আহিছে। আপুনি আপোনাৰ কাৰ্যকালত অসম সাহিত্য সভাক এই গোষ্ঠীয় সভাবোৰৰ পৰা দূৰত্বত ৰাখিবনে, তেওঁলোকৰ সৈতে সদ্ভাৱ বজাই ৰাখিব?*

**হিতেশ ডেকাঃ** বিভিন্ন জনগোষ্ঠীৰ ভাষা-সাহিত্যৰ ভিন ভিন সাহিত্যৰ সৃষ্টি হোৱা বাবে অসম সাহিত্য সভাৰ ক্ষেত্ৰখন সংকুচিত হোৱা নাই। বৰং বিশাল আয়তনৰহে হৈছে। নিজৰ ঘৰখনৰ ভিতৰত আন আন ভাইসকলে নিজা নিজাকৈ ধুনীয়া ঘৰ বান্ধিলে গৃহস্থীখন শুৱনীহে হয়, সংকুচিত নহয়। অসমৰ খিলঞ্জীয়া জনগোষ্ঠীয়ে নিজৰ নিজৰ সাহিত্য উন্নত কৰিবলৈ সাহিত্য সভাৰ সৃষ্টি কৰি অসম সাহিত্য সভাৰ লগত হাত মিলাই আগবাঢ়ি গ'লে অসম সাহিত্য সভা দুৰ্বল নহয়, বৰং সবলহে হ'ব। আমাৰ ভিতৰত বুজাবুজি হৈ একেলগে আগবাঢ়ি গ'লে প্ৰত্যেকৰে সাহিত্য উন্নতৰ হ'ব। আমি জনজাতি অজনজাতি লগ লাগিহে অসমীয়া জাতি। নিজৰ ভাইসকল উন্নত শিক্ষিত হ'লে নিজৰে গৌৰৱ বাঢ়ে। মই মোৰ কাৰ্যকালত সকলোৰে

লগত সম্ভাৱ বজাই ৰাখিবলৈ চেষ্টা কৰিম।

*? ইতিমধ্যে কৰি যোৱা সাহিত্য সভাৰ কাৰ্যকলাপত আপুনি সন্তুষ্টনে?*

**হিতেশ ডেকাঃ** অতীতত কৰি যোৱা কামৰ খতিয়ান মই নলও, ৰাইজে ল'ব। মই বৰ্তমান আৰু ভৱিষ্যতৰ বাবেহে চিন্তা কৰিছো। সন্তুষ্টি-অসন্তুষ্টিৰ কথা নাই।

*? পূৰ্বৱতী সভাপতিবোৰৰ আধৰুৱা কামবোৰ আপুনি কি দৰে ৰূপায়ন কৰিব?*

**হিতেশ ডেকাঃ** পৰৱৰ্তীসকলৰ আধৰুৱা কামবোৰ কৰিবলৈ মই চেষ্টা কৰিম। পাৰিম নে নোৱাৰিম ক'ব নোৱাৰো। ইয়াত ঈশ্বৰৰ অনুগ্ৰহ লাগিব।

*? আপোনাৰ কাৰ্যকালত আপুনি কি কি কাৰ্যপন্থা হাতত ল'ব? সেইবিলাক কি ধৰণে ৰূপায়ণ কৰিব?*

**হিতেশ ডেকাঃ** মই মোৰ কাৰ্যকালত কি কি কাৰ্য হাতত ল'ম আৰু সেই বোৰ কি ধৰণে ৰূপায়ণ কৰিম এই কথা বৰ্তমান মই নকওঁ। সময়ত কাৰ্যই প্ৰকাশ কৰিব। আঁচনিৰ কথা অভিভাষণতে বৰ্ণনা কৰিম।

*? সাহিত্যানুৰাগী প্ৰজন্মৰ প্ৰতি আপোনাৰ বক্তব্য?*

**হিতেশ ডেকাঃ** সাহিত্যানুৰাগী প্ৰজন্মৰ প্ৰতি মোৰ অনুৰোধ— তেওঁলোকে আমাৰ ভাষা, সাহিত্য-সংস্কৃতিৰ উত্তৰোত্তৰ শ্ৰীবৃদ্ধিৰ প্ৰতি আত্মনিয়োগ কৰক আৰু জাতীয় চেতনাবোধ জগাই তুলি ভৱিষ্যতে অসমীয়া জাতিক বিশ্বৰ মাজত উজ্জ্বল কৰি তোলক। তাৰ বাবে লাগিব একাণপটীয়া সাধনা। নীৰৱ সাধনা আৰম্ভ কৰক।

সাক্ষাৎ গ্ৰহণঃ ধনজিৎ দাস

নতুন দৈনিক কাকতৰ সম্পাদকীয়ত

# হিতেশ ডেকালৈ অভিনন্দন

সাহিত্য সভাৰ সভাপতিৰ আসনখন এতিয়াও সাহিত্যিকসকলে অসমত পাব পৰা সন্মানৰ সৰ্বোচ্চ স্থান হিচাপে গণ্য কৰা হয়। অৱশ্যে নিৰ্বাচনৰ জটিল প্ৰক্ৰিয়া এটা পাৰ হৈ অহা বাবে ইয়াক কেৱল বিশুদ্ধ সাহিত্য প্ৰতিভাৰ স্বীকৃতি বুলি ক'ব পৰা নাযায়। সময়ে সময়ে অসমৰ মধ্যবিত্ত আৰু শিক্ষিত মানুহখিনিয়ে প্ৰদৰ্শন কৰা সাংস্কৃতিক-ৰাজনৈতিক-বৌদ্ধিক বাছনিৰ প্ৰতিফলনো ইয়াত নঘটা নহয়। বহু সাহিত্যিকে সেয়ে এই প্ৰতিদ্বন্দ্বিতাৰ প্ৰক্ৰিয়াটোত প্ৰৱেশ কৰিবলৈ ইচ্ছুক নহয়। সম্প্ৰতি সভাপতি হিচাপে নিৰ্বাচিত হোৱা হিতেশ ডেকা কিন্তু এজন প্ৰথিতযশা কথাশিল্পীয়েই নহয়, সাহিত্য সভাই বিচৰা ধৰণৰ তেওঁ এজন সংগঠকো। ডঃ লীলা গগৈৰ পিছতে সাহিত্য সভাৰ সদস্যসকলে পুনৰবাৰ এগৰাকী সংগঠনৰ মানুহ নিৰ্বাচিত কৰাটো এটা নিৰ্দিষ্ট ধাৰা বুলি ক'ব পৰা যায়। বাহিৰৰ বৌদ্ধিক ঢৌ তথা ৰাজনৈতিক বতাহ অতি প্ৰবল নহ'লে সাধাৰণতে এই সাংগঠনিক ধাৰাটো অব্যাহত থকা দেখা যায়।

এগৰাকী সাহিত্যিক আৰু সাংগঠনিক হিচাপে সুদীৰ্ঘ কাল ধৰি সভাপতি হিচাপে সেৱা আগবঢ়াবলৈ আশা কৰি থকা হিতেশ ডেকাই নিশ্চিতভাৱে সংগঠনে বিচৰা ধৰণে কিছুমান কাম কৰিবলৈ সক্ষম হ'ব। আমাৰ ধাৰণা, অতি জটিল সময়ত সাহিত্য সভাৰ কাণ্ডাৰী হিচাপে দায়িত্ব গ্ৰহণ কৰা ডেকাই যোগ্যতা আৰু সাহসেৰে ধুমুহা জৰ্জৰিত কালছোৱা অতিক্ৰম কৰিবলৈ সক্ষম হ'ব।

সাহিত্য সভাই সাহিত্য-সংস্কৃতিৰ সৃষ্টিশীল প্ৰক্ৰিয়াত আলোড়ন তুলিব পৰা সম্ভাৱনা বৰ্তমান নাই এই কথা ঠিক, কিন্তু অসম আৰু অসমীয়াৰ প্ৰগতিৰ ক্ষেত্ৰত এই বিশাল ঐতিহ্যপূৰ্ণ সংগঠনটোৱে কৰিব পৰা সম্ভাৱনা এতিয়াও আছে। চিৰদিন 'অস্তিত্ব ৰক্ষা'ৰ প্ৰশ্নটোৱে দুৰাৰোগ্য কৰ্কট ৰোগৰ দৰে খুলি খুলি খোৱা অসমীয়া জাতিটোৰ সন্মুখত এতিয়াও অস্তিত্ব আৰু সংহতি ৰক্ষাৰ প্ৰশ্নটোৱেই প্ৰধান আৰু জটিল প্ৰশ্ন হিচাপে থাকি গৈছে। সমাজ ইতিহাসৰ সমালোচক ছাত্ৰসকলে এই কথাও বুজি পায় যে সুদীৰ্ঘ কাল ধৰি সাহিত্য সভাই কিছুমান সামাজিক-ৰাজনৈতিক প্ৰশ্নত গ্ৰহণ কৰি অহা বিশেষ ভূমিকাৰ বাবে সংহতিৰ প্ৰক্ৰিয়াটো দুৰ্বলহে হৈছে। বিভিন্ন জনগোষ্ঠী আৰু ভাষিক সম্প্ৰদায়সমূহক শিখণ্ডী হিচাপে লৈ অসমবিৰোধী এচাম মানুহে যি বিভাজনকামী

ৰাজনৈতিক ষড়যন্ত্ৰ চলাই আহিছে, অসম সাহিত্য সভাই তাৰ বিৰুদ্ধে এক দৃঢ়, গণতান্ত্ৰিক আৰু ঐক্যসাধিনী ভূমিকা গ্ৰহণ কৰাত বাৰম্বাৰ ব্যৰ্থ হৈছে। অসমৰ বুকুৰ পৰাই, অসমীয়া সমাজখনৰ একাংশক ফালি নি একোখন নতুন ৰাজ্য পতাৰ এক ভয়ংকৰ প্ৰক্ৰিয়া এতিয়াও অব্যাহত আছে, এই প্ৰক্ৰিয়াটোৱেই বৰ্তমানো সাহিত্য সভাৰ বাবে প্ৰধান প্ৰত্যাহ্বান হৈ আছে। সাম্প্ৰদায়িক আৰু বিভাজনকামী শক্তিসমূহে যি ভয়ংকৰ মূৰ্তি ধৰি নিজৰ ধ্বংসকাৰী কাৰ্য অব্যাহত ৰাখিছে, তাৰ বিৰুদ্ধে সাহিত্য সভাই সংহতি আৰু ঐক্য ৰখাৰ এখন সাংগঠনিক আৰু বৌদ্ধিক যুঁজ সবলভাৱে চলাব পৰা নাই।

ঐক্য আৰু সংহতিৰ উদ্দেশ্য আগত ৰাখি ভাষা, সাহিত্য আৰু সাংস্কৃতিক কাম-কাজসমূহৰ মূল্যায়ন, পুনৰমূল্যায়ন আৰু নতুন আঁচনি গ্ৰহণ; সাহিত্যৰ বিভিন্ন ধাৰাৰ মূল্যায়ন আৰু স্বীকৃতি প্ৰদান; বিভিন্ন জনগোষ্ঠীৰ সাহিত্যৰ মূল্যায়ন আৰু স্বীকৃতি প্ৰদান; ব্যাকৰণ আৰু অভিধানৰ সমস্যাসমূহৰ জৰুৰী সমাধানৰ বাবে ব্যৱস্থা গ্ৰহণ; নতুনকৈ অসমত বসবাস কৰা স্থায়ী বাসিন্দাসকল অসমীয়া সমাজত মিলি যাবৰ বাবে যথাৰ্থ কাৰ্যসূচী ৰচনা আদিৰ ক্ষেত্ৰতো সাহিত্য সভাই কৰিব পৰা বহু কাম আছে। সাহিত্য-সংস্কৃতিৰ নতুন প্ৰবাহ আৰু চিন্তাৰ প্ৰভাৱৰ পৰা, বহু ক্ষেত্ৰত তেনে প্ৰবাহ বা চিন্তাৰ প্ৰতিনিধিত্ব কৰা লোকৰ পৰাও সাহিত্য সভাক মুক্ত ৰাখিবৰ বাবে সচেতন বা অসচেতনভাৱে কৰা প্ৰচেষ্টাৰ ফলত সাহিত্য সভা যাতে প্ৰাচীনপন্থী বা প্ৰাচীনগন্ধী হৈ নাথাকে— তাৰ প্ৰতিও সাহিত্য সভা নিজেই সজাগ হ'বৰ হ'ল।

যোৱা বছৰকেইটাত আমি দেখা পাইছো যে সাহিত্য সভাৰ সভাপতি হৈ বহুত কিবা কৰিম বুলি যিসকলে গৰ্ব কৰে, তেওঁলোকে আচলতে একো কৰিব নোৱাৰে। তেওঁলোকৰ গৰ্বৰ বাৰ্ধক্যপীড়িত শীতকালটো, প্ৰতিবোধৰ গড়খাৱৈত কৰকৰকাই ৰক্তাক্ত হয় আৰু তেওঁলোকে একো কৰিব নোৱাৰাকৈয়ে বিদায় লয়। বিশ্ববিশ্ৰুত লোকসকলৰো এনে দুৰ্দশা সাহিত্য সভাৰ সভাপতি হোৱাৰ পিছত হৈছে। আমি নতুন সভাপতি ডেকাৰ তেনে দুৰ্দশা নহ'ব বুলি ভাবো। তেওঁৰ পৰা আমি বিচাৰো প্ৰকৃত কাম। কেৱল কথা নিশ্চয় নহয়। আমাৰ ধাৰণা, বুদ্ধিজীৱী হিচাপে এটা সুকীয়া ৰহস্যাবৃত ভাবমূৰ্তি নাথাকিলেও, কম কথা কোৱা সংগঠনৰ মানুহজনে অসমৰ জনতাক এইবাৰ হতাশ নকৰে। নতুন সভাপতিগৰাকীলৈ আমাৰ এয়া অভিনন্দন আৰু শুভেচ্ছা ভৰা আহ্বান।

যতীন বৰগোহাঞি

### ৰংপুৰ কাকতৰ সম্পাদকীয়ত

# হিতেশ ডেকালৈ শুভেচ্ছাৰে

সৰ্থেবাৰীত অনুষ্ঠিত হ'বলগীয়া অসম সাহিত্য সভাৰ অধিৱেশনৰ বাবে হিতেশ ডেকা সাহিত্যপ্ৰেমী ৰাইজৰ দ্বাৰা নিৰ্বাচিত হোৱা বাবে আমি নথৈ আনন্দ পাইছোঁ আৰু তেখেতক আন্তৰিক অভিনন্দন জনাইছোঁ। ডেকা ডাঙৰীয়া আন আন নিৰ্বাচিত সভাপতিতকৈ অধিক ভাগ্যবান এই কাৰণেই যে অধিৱেশনখনি অনুষ্ঠিত হ'বলগীয়া স্থান সৰ্থেবাৰী তেখেতৰ জন্মস্থান। তেখেত কেৱল সৰ্থেবাৰীৰেই সুযোগ্য সন্তান নহয়, সমগ্ৰ অসমবাসীৰেই তেখেত এগৰাকী আদৰ-স্নেহ আৰু শ্ৰদ্ধাৰ ব্যক্তি। তেখেত এগৰাকী আপোচবিহীন সংগ্ৰামী ঔপন্যাসিক, যাৰ উপন্যাসসমূহত পোৱা যায় প্ৰভূত অসম-প্ৰীতি, অসমীয়াৰ অৱক্ষয়ৰ প্ৰতি অতিশয় উৎকণ্ঠা আৰু বিশ্বাসযোগ্যভাৱে কাহিনী কৈ যাব পৰা নৈপুণ্য। ৭১ বছৰীয়া লেখকজনে কলম এৰা নাই। ইয়ো তেখেতৰ উত্তৰোত্তৰ মানসিক উত্তৰণ আৰু বৌদ্ধিক সচেতনতাৰ চিনাকি দাঙি ধৰিছে। হিতেশ ডেকা বহু আগতেই সভাৰ সভাপতি নিৰ্বাচিত হ'ব লাগিছিল। কিন্তু সাম্প্ৰতিক অসমীয়াৰ জীৱনত 'গ্লেমাৰে' অগ্ৰাধিকাৰ পোৱাত অসম সাহিত্য সভাৰ সদ্‌গতিৰ অৰ্থে কাহানিও নভৰা আৰু ইয়াৰ লগত কাহানিও জড়িত নথকা দুজনমান জাতীয় জীৱনৰ অন্য শাখাতহে খ্যাতি থকা লোকে 'টোপ'টো থাপ মাৰি লৈ যোৱাৰ বাবে হিতেশ ডেকাৰ এই বিলম্বিত নিৰ্বাচন। তেখেত সভাপতি নিৰ্বাচিত হ'লেই যেতিয়া, অসমৰ ৰাইজে এনে বিলম্বৰ বাবে অনুতাপ কৰিবৰ আৰু প্ৰয়োজন নাই। আমাৰ নিশ্চিত ধাৰণা যে আগতে দুবাৰ উপ-সভাপতি হিচাপে অসম সাহিত্য সভালৈ বৰঙণি আগবঢ়োৱা আৰু এই অনুষ্ঠানটোক দেহে-কেহে ভালপোৱা, গতিশীল ব্যক্তিত্বৰ এইজন লোকে ইয়াৰ উৎকৰ্ষৰ কাৰণে দেহে-কেহে খাটিব আৰু তেখেতৰ কাৰ্যকালৰ প্ৰতিটো দিনৰ সম্পূৰ্ণ সুযোগ-সুবিধা গ্ৰহণ কৰিব।

হিতেশ ডেকা সঁচাকৈয়ে লোকপ্ৰিয় ঔপন্যাসিক। আজি যদি ডেকা-ডেকেৰীৰ মাজত অসমীয়া ঔপন্যাসিকৰ লোকপ্ৰিয়তাৰ জৰিপ লোৱা হয়, তেন্তে দেখা যাব যে তেওঁৰ নামটো প্ৰথম তিনিজনৰ ভিতৰত পৰিব। এই সত্যক অতি ছিৰিয়াছ সমালোচকেও অস্বীকাৰ কৰিব নোৱাৰে। তেখেতৰ অনস্বীকাৰ্য সাহিত্যিক

অনুবাদে অসমৰ আন দুটা উপকাৰ সাধিছে : (১) তেওঁৰ কেইখনো উপন্যাসে কেইবা দশকৰ আগৰে পৰাই অসমবাসীৰ অস্তিত্বৰ চেতনা জাগ্ৰত কৰি আহিছে আৰু (২) তেওঁৰ উপন্যাসৰ অতিশয় পঠনযোগ্যতাই অসমীয়া ভাষাত পঢ়ুৱৈৰ সংখ্যা বৃদ্ধিত প্ৰচুৰ সহায় কৰিছে।

হিতেশ ডেকা কথাত, লেখনীত, আচৰণত, পিন্ধনত— সকলো ফালৰ পৰাই জাতে-পাতে অসমীয়া। কাৰ্যকাল সমাপ্ত হোৱাৰ পূৰ্বেই দেহাৱসান ঘটা সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ডঃ লীলা গগৈৰ দৰেই।

ডেকা ডাঙৰীয়াক সভাপতি হিচাপে নিৰ্বাচিত কৰা সাহিত্যপ্ৰেমী আৰু অসমপ্ৰেমী বাইজ আৰু লগতে চলিত নিৰ্বাচন-পদ্ধতিৰ প্ৰতি শ্ৰদ্ধা ৰখা অসম সাহিত্য সভাৰ কৰ্মকৰ্তাসকলো ধন্যবাদাৰ্হ।

ডঃ লক্ষ্মীনন্দন বৰা

# হিতেশ ডেকা মোৰ গাঁৱৰ ল'ৰা

মৃণালমল্ল পাটোৱাৰী

আলপাৰ* পাৰৰ কঁহাৰৰ ল'ৰা
হিতেশ ডেকা! মোৰ গাঁৱৰ ডেকা!
থাকা, তুমি এনেকৈয়ে থাকা।
অসমৰ ইমূৰৰ পৰা সিমূৰলৈ
দপ্‌দপাই থাকা
যিদৰে তোমাৰ কঁহাৰ ভায়েৰাহঁতে
পুঁৱতি নিশাৰ পৰা নিয়াৰিৰ মূৰত
হাতুৰীৰ কোবেৰে দপ্‌দপাই থাকে;
যিদৰে বণুৱা ঘোঁৰাই ৰণৰ থলীত
খট্‌খটাই কদমত দৌৰে।

হিতেশ ডেকা মোৰ মানুহৰ লেখক!
আজিৰ মানুহৰ অন্তৰৰ অলিখিত ৰামায়ন
লোকচক্ষুৰ অন্তৰালত থাকিব নিদিলা।
আচল মানুহ, বৈৰী মানুহ
সকলোৱে ধৰা দিলে তোমাৰ কাপত।
মানুহৰ বাবেইতো তোমাৰ কলম
যিদৰে তোমাৰ বাবে মানুহৰ মৰম।
যিদৰে বৈ আছে কঁহাৰৰ মৰম।
ওপজি পুৱাৰ পৰাই খেলিলা জুইৰ স'তে
মজ্জাত সোমাই ল'লা এঙাৰ জুই-ছাই।
সেয়ে তোমাৰ কলমে বিচাৰি পালে
শ্ৰমিক বনুৱা কৃষক কঁহাৰ।
গৰুখেদা এচাৰিডাল দাণ্ডি
সংগ্ৰামৰ চিৰন্তন প্ৰশ্ন কৰিলা—
মাটি কাৰ?
উদাত্ত কণ্ঠেৰে ক'লা— নাঙল যাৰ মাটি তাৰ।
অসম কেশৰীৰ পিছত

তুমিয়েইতো সকীয়াই দিলা—
'জাগি থাকা নুশুবা, নহ'লে মৰিবা।'
নুশুনিলো আমি; তাৰেই পৰিণতিত
দুলি আছে, দুলি আছে;
দুলি আছে অস্তিত্ব আমাৰ
মহাপ্ৰস্থানৰ দুৱাৰদলিত।
সাৰথপুৰৰ* হিতেশ ডেকা,
বন্ধু মোৰ! ভাই মোৰ! বুকুৰ আপোন মোৰ!
আহা, কাণে কাণে এটি কথা কওঁ—
লহিয়াই আহিব ধৰা দুশবৰ বেলিক
ধৰি ৰাখি হাতৰ মুঠিত
এনেকৈয়ে থাকা তুমি ভাস্বত হৈ
আলপাৰ পাৰৰ মৰা মানুহক
জগাই তুলিবলৈ।
তোমাৰে আমাৰে মিলন থলীত
আমি কওঁ— হিতেশ ডেকা! মোৰ গাঁৱৰ ল'ৰা
সৰু সৰু মানুহৰ
ডাঙৰ মনৰ কথা ক'বলৈ
নিয়াৰিৰ মূৰত অয়া যাব
জুই আৰু হাতুৰীৰ সতে সংগ্ৰাম যাব
তাৰেই কথা ক'বলৈ
চটাই পৰেৰত আৰু
চিৰি লুইতক জগাবলৈ—
অনিৰুদ্ধ গতিৰে গৈ থাকক
তোমাৰ কলম-মহী
তোমাৰ জীৱনৰ চিৰসখী।
তোমাৰে আমাৰে মিলন থলী।

আলপা* = সৰ্থেবাৰীৰ মাজেৰে বৈ যোৱা আল্পাজান।
সাৰথপুৰ* = সৰ্থেবাৰীৰ প্ৰাচীন নাম 'সাৰথপুৰ' বুলি স্থানীয়ভাৱে এটি জনশ্ৰুতি আছে।

— লেখক —